# শ্মশান চম্পা

মূল : হিন্দী

লেখিকা : শিবানী




অনুবাদ : জয়শ্ৰী বৰুৱা

শ্মশান চম্পা

কুমায়ুনৰ পাৰ্বত্য পটভূমিত ৰচিত সামাজিক উপন্যাস ● হিন্দী কথা-সাহিত্যৰ প্ৰসিদ্ধ লেখিকা 'শিৱানী'ৰ মূল হিন্দী উপন্যাসৰ অসমীয়া ৰূপান্তৰ ● অনুবাদিকা শ্ৰীজয়শ্ৰী বৰুৱা ● প্ৰথম প্ৰকাশ ১৯৮২

মূল্য ॥ বাৰ টকা পঞ্চাশ পইচা

প্ৰকাশিকা :
অনুবাদিকা

॥ নগাঁৱৰ জনতা প্ৰেছত শ্ৰীশৰৎ চন্দ্ৰ বৰাৰ দ্বাৰা মুদ্ৰিত ॥

## উৎসর্গ

পূজনীয় দেউতা আৰু মা

তোমালোকৰ আশীৰ্ব্বাদ শিৰত
লৈয়েই এই প্ৰচেষ্টা হাতত
লৈছিলো। । তোমালোকৰ
চৰণতেই মোৰ প্ৰথম প্ৰচেষ্টাৰ
অৰ্ঘ্য নিবেদন কৰিলোঁ।

জুৰি

## বাটচ'ৰাৰ চিনাকি

অনুবাদিকা শ্ৰীমতী জয়শ্ৰী বৰুৱাৰ হিন্দী ভাষাৰ কোনো পৰীক্ষা আদিত উত্তীৰ্ণ হোৱাৰ প্ৰমাণ নাই। কিন্তু হিন্দী কিতাপ আনি পঢ়ি আয়ত্ব কৰা জ্ঞানেৰে এনে এখন মনোগ্ৰাহী উপন্যাস অনুবাদ কৰি বাইজৰ আগলৈ আগবঢ়োৱা প্ৰচেষ্টা অকল প্ৰসংশনীয়েই নহয় আদৰণীও।

তেখেতৰ কমবয়সতে বিয়া হোৱাত আৰু তেখেতৰ স্বামী চাহবাগিছাৰ মেনেজাৰ হোৱাত শ্ৰীমতী বৰুৱাই স্বামীৰ লগতে বাগানতে সময় কটায়। তেখেতৰ এই অফুৰন্ত সময় পঢ়াশুনাতে আবদ্ধ ৰখাৰ কাৰণেই হয়তো তেখেতে এনে এখন উপন্যাস অনুবাদ কৰিব পাৰিছে।

তেখেতৰ এই প্ৰথম প্ৰচেষ্টাত ভালেমান দোষত্ৰুটী থকা স্বাভাৱিক। কিন্তু এইবোৰলৈ লক্ষ্য নকৰি তেখেতৰ সাহসিকতাৰ বাবে পাঠকসকলে মৰম জনালে তেখেতৰ পৰিশ্ৰম সাৰ্থক হ'ব। তেখেতৰ এই প্ৰচেষ্টাক সহৃদয় পাঠকসকলে মৰম জনালে এই গৰাকী মহিলাৰ পৰা আমি অধিক আশা কৰিব পাৰোঁ।

ডাঃ নবীন চন্দ্ৰ শইকীয়া

# অনুবাদিকাৰ একাষাৰ

"শ্মশান চম্পা" এজনী পাৰ্বত্য অঞ্চলৰ শিক্ষিতা অমায়িক সংবেনশীল যুৱতীৰ করুণ কাহিনী, য'ত প্ৰসিদ্ধ হিন্দী লেখিকা শিবানীয়ে কুমায়ুনৰ সমাজখন চম্পাৰ যোগেদিয়েই দাঙি ধৰিছে। প্ৰথমবাৰ পঢ়োঁতেই চম্পাৰ করুণ চৰিত্ৰটিয়ে মোক বাৰে বাৰে আকৰ্ষণ কৰি অশ্ৰুসিক্ত কৰি তুলিছিল। সেয়ে সেই চম্পাৰ সৌৰভ, সুগন্ধ মই মোৰ অসমীয়া পঢ়ুৱৈৰ মাজত বিলাই দিবলৈ আঁচনি লৈছিলোঁ। এই লিখাত কিমানখিনি কৃতকাৰ্য্য হৈছোঁ, ক'ব নোৱাৰোঁ। তথাপিও মোৰ প্ৰথম প্ৰচেষ্টাক যেন সহৃদয় পঢ়ুৱৈ সমাজে সকলো ভুল-ক্ৰটী ক্ষমা কৰি আদৰি লয়। এই কিতাপখনে পঢ়ুৱৈ সমাজক আনন্দ যোগাব পাৰিলে ভৱিষ্যতেও এনে প্ৰচেষ্টা হাতত লবলৈ আশা ৰাখিলোঁ।

লক্ষ্ণৌ-নিবাসী লেখিকা শিবানীৰ পৰা কিতাপখন অনুবাদ কৰিবলৈ অনুমতি আনি দিয়াৰ বাবে মোৰ স্বামী হেমাঙ্গ বৰুৱা, প্ৰতিলিপি কৰি দিয়া বাবে মোৰ ভনী লিখা, ভাই-বোৱাৰী বীণা আৰু বৰ্ণাশুদ্ধি চাই দিয়াৰ বাবে শ্ৰদ্ধেয়া জেঠাই শ্ৰীযুতা বসুন্ধৰা শইকীয়ালৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

জয়শ্ৰী বৰুৱা

ফুলদানিত সজাই থোৱা থৰিকাজঁাই ফুলৰ গোন্ধটো ঔষধৰ গোন্ধৰ লগত মিহলি হৈ সুগন্ধিও দুৰ্গন্ধত ডুব গৈছিল। ভগৱতীৰ উদাস দৃষ্টি শূন্য কোঠাটোৰ শূন্য দুৱাৰ খিৰিকিত ঠেকা খাই নিজৰ ৰক্তহীন হালধীয়া হাতখনত পৰিল। তেওঁৰ শেঁতা কঙ্কালসাৰ শৰীৰটোৰ কোনো এটা ছিদ্ৰতহে যেন তেওঁৰ প্ৰাণপখি বৈ আছিল। অসহ্য ৰোগৰ যন্ত্ৰনাই তেওঁক দিনে-ৰাতিয়ে পীড়িত কৰিছিল। নিসঙ্গ সময়খিনিত এই যন্ত্ৰনাই আৰু ভয়াবহ ৰূপ ধাৰণ কৰি উঠে। অকণমান সময়ৰ আগতে চম্পাই তেওঁক এটা কেপছুল খুৱাই নিজৰ ডিউটীলৈ গৈছে। এদিন সেই হস্পিতালৰ ডাঙৰ গাড়ীখনেই তেওঁক এবাৰ হস্পিতাললৈ লৈ গৈছিল আৰু ভয়ত তেওঁৰ অন্তৰাত্মা কঁপি উঠিছিল। এইবোৰ গুণিগাঁঠি থাকোঁতেই তেওঁৰ এবাৰ মনলৈ আহিল বলেৰে চিঞৰি দিবনেকি তেওঁ, আৰু চম্পাক কবনেকি : আইজনী তই আজি মোক এৰি হস্পিতাললৈ নাযাবি। জানো কিয় আজি তেওঁৰ মনটো বৰ দুৰ্ব্বল হৈ পৰিছে। তেওঁ নিজেই নিজৰ লৰালিত ক্ষুব্ধ হৈ উঠিল। তেওঁৰতো মন-শৰীৰ আজিয়েই দুৰ্ব্বল লগা নাই, যেতিয়াই চম্পা ডিউটীলৈ ওলায় যায়, সদায় তেওঁৰ এনেকুৱা লাগে যেন .আজি নিশ্চয় ডিউটীৰ পৰা আহি চম্পাই তেওঁক নাপাব, তাৰ আগেয়ে যেন তেওঁৰ কিবা এটা হ'ব, হয়তো আজিয়েই তেওঁ শেষবাৰৰ কাৰণে নিজৰ সন্তানক দেখিবলৈ পালে। এই দুৰ্ভাৱনাই তেওঁৰ

মন সদায় বিচলিত কৰি তুলিছিল, কিন্তু ছলনাময়ী নিষ্ঠুৰ মৃত্যুয়ে তেওঁৰ লগত নিগনি-মেকুৰীৰ দৰে ধেমালি কৰি তেওঁক তিলতিলকৈ মাৰি আনিছে। আজি চম্পা যেতিয়া ভগৱতীক ঔষধ খুৱাবলৈ আহিছিল, ভগৱতীয়ে অপলক দৃষ্টিৰে তেওঁৰ কন্যাৰ মুখলৈ চাই আছিল। "কি চাই আছা মা"— মধুৰ হাঁহিৰে তেওঁক চম্পাই সোধা কথাবাৰত তেওঁ অতি কষ্টেৰেহে উচুপনি লুকুৱাই ৰাখিছিল। কি অপূৰ্ব্ব ৰূপ এই ছোৱালীজনীৰ। কিন্তু, কিন্তু কি নিষ্ঠুৰ পৰিহাস, নাই হাতত চুড়ী, নাই কপালত ফোঁট। পাৰি নোহোৱা বগা শাৰীখনত মাত্ৰ বগা এডাল লেচ আৰু মসৃন দীঘল হাতখন উকা, মাথো এটা ডাঙৰ ঘড়ী, এয়েই তাইৰ শৃঙ্গাৰ। তথাপিও এই বেশভূষা দেখিও যেতিয়া নতুন চাকৰি লৈ ইয়ালৈ আহি ষ্টেচনত তেওঁলোক নামিছিলহি, তেওঁলোকক সম্বৰ্দ্ধনা জনাবলৈ আগবাঢ়ি অহা নাৰায়ণ সেনগুপ্তই নমস্কাৰ জনাই তেওঁকহে কৈছিল, "আপুনি যে কৃপা কৰি ইমান দূৰ এই নিৰ্জ্জন সৰু চহৰখনলৈ আহিল তাৰ বাবে আমি আপোনাৰ ওচৰত চিৰকৃতজ্ঞ। দুই এজন ডাক্তৰ আহিছিল, পিছে দুদিন তিনদিন থাকিয়েই গুচি গ'ল। পিছে আপুনি মোক বিশ্বাস কৰক, মই কেতিয়াও আপোনাৰ কষ্ট হবলৈ নিদিওঁ, তাৰ বাবে মই সকলো প্ৰকাৰে চেষ্টা কৰিম।" "ডাক্তৰণী মই নহয়, মোৰ কন্যা চম্পা, তেওঁহে হস্পিতালৰ চাৰ্জ লব।" ভগৱতীয়ে পাতল হাঁহিৰে কৈছিল। সেনগুপ্তই অবিশ্বাসত তেওঁৰ ফালে থৰ হৈ চাই ৰৈছিল। তেওঁ মনতে ভাবিলে এই অকণমানি ছোৱালীজনীয়ে জানো তেওঁৰ এই ভব্য হস্পিতালখনৰ ভাৰ লব পাৰিব। কেতিয়াবা কেতিয়াবাতো সাত-আঠটা লেবাৰ কেছো চম্ভালিব লগীয়া হয়। আগৰ ডাক্তৰণী সেইকাৰণেই ইয়াত কোনো টিকিব নোৱাৰিছিল। কিন্তু এতিয়া এই সুন্দৰীয়ে জানো পাৰিব? আৰু এই কক্ষ চহৰখনত জানো তেওঁ মন বহুৱাব পাৰিব? কিন্তু চম্পাই এনেকুৱা এক নিৰ্জনতাকে কামনা কৰিছিল। তাইৰ কিন্তু নিজৰ সৰু বঙলাটো খুউব ভাল

লাগিছিল। আগফালে বং বিবঙৰ সৰু সৰু ফুলৰ টাব্, মখমলৰ দৰে কোমল দুবৰিৰ দলিচা আৰু তাৰ সিপাৰে সুদীৰ্ঘ ঝাউপা। ভাল গছ আৰু তাৰ ছাঁ। এই পৰিবেশটো অসম্ভৱ ভাল লাগিছিল তাইৰ। ওচৰতে ইটো বঙলা ডাঃ মিনতি ঘোষৰ। মিনতি ঘোষেই তাইৰ সহাৱিকা ডাক্তৰণী। আয়ত নয়ন, ডাঙৰ খোপা আৰু বলিষ্ঠ দেহৰ ডাক্তৰণীৰ ওচৰত চম্পাক আৰু সৰু যেন লাগিছিল, যেন এজনী কিশোৰীহে।

চম্পাই যেতিয়াৰ পৰাই হস্পিতালৰ চাৰ্জ ললে, তেতিয়াৰ পৰাই হস্পিতালৰ কামত থাবলৈ গুৱলৈ সময় নোপোৱা হ'ল। আৰু এই কষ্টই ভগৱতীৰ প্ৰধান মূৰ কামোৰণি হৈ পৰিল। কেতিয়াবা চম্পাই তুখন টষ্ট্ আৰু একাপ ব্লেক কফি খায়েই ওলাই যায় আৰু ঘৰ সোমায়হি ৰাতি। ভগৱতীয়ে যদি কেতিয়াবা খং কৰে, হাঁহিৰে মাকৰ মন কোমলাই তাই কয়: "কি কৰিম মা এটাৰ পিছত এটা চুটা চিজাৰিণ কৰিব লগীয়া হ'ল। আৰু মহেইতো নহয়, মিনিয়েওতো মোৰ লগতে নোখোৱা নোবোৱাকৈ মোক সহায় কৰি আছিল। তুমিয়েই কোৱাচোন মা! বেমাৰি এৰিনো কেনেকৈ থাবলৈ আহোঁ?"

কি দেখি বাৰু এই ছোৱালীজনীয়ে এই নীৰস নগৰখনলৈ কাম কৰিবলৈ আহিছে? নাই ভাল হস্পিতাল, নাই নিজৰ ভাষা বুজি পোৱা ইষ্ট কুটুম্ব। যি ফালেই চকু দিয়া চাৰিওফালে মাথো লৌহবৰ্ণ ক'লা ক'লা চাওতাল চেহেৰা। কেতিয়াবা কেতিয়াবা বগা চেহেৰা চাবলৈ ভগৱতীৰ মন ব্যাকুল হৈ উঠে। চম্পাৰ এচিষ্টেণ্ট মিনিৰ প্ৰফুল্লিত স্বভাৱে ভগৱতীক মুগ্ধ কৰিছিল, যদিও দেখিবলৈ একেবাৰে সাধাৰণ আৰু শৰীৰ আগটো ছোৱাত সাধাৰণ লাগিছিল। মিনিক চাপৰ আৰু মেদবহুল শৰীৰ আৰু বহল চকুৰে

সৌন্দৰ্য্যতকৈও কুৰূচ হে দেখিছিল। ডাক্তৰণীয়ে এবাৰ মুখ খুলিলে আৰু বন্ধ হোৱাৰ নাম নাছিল। প্ৰথম দিনাই ভগৱতীৰ ওচৰত ভঙা ভঙা হিন্দীৰে সকলো আশঙ্কা দূৰ কৰি লৈছিল।

"অ' মা ! লক্ষ্মৌ চে ইহা কিউ আয়া মাজি ! আপনাৰ লেৰকিতো একদম বাচ্ছা, হাম পহিলে দেখাতো লগা কহি দেখা হেঁ, ফিৰ চমজা দেখা হেই পিক্‌চাৰমে। বুঝলেন ! একদম চুচিত্ৰা সেন" বুলি তাই বহুত দেৰি চকীত বহি হাঁহি হাঁহি ধেমালি কৰি ভগৱতীকো হহুৱাই তুলিছিল। "কি যে বিচিত্ৰ শৰীৰৰ আকাৰ, একেবাৰে ষাড়গৰুৰ দৰে অ' তোৰ এচিষ্টেণ্ট !" বুলি কোৱা মাকৰ কথাবাৰত চম্পাই এবাৰ কোমলকৈ হাঁহি আকৌ গম্ভীৰ হৈ গৈছিল। "দেখিবলৈ যেনেকুৱাই নহওক মা, বৰ কামিলা ছোৱালী। বেচেৰীকো তাইৰ দুৰ্ভাগ্যইহে ইয়ালৈ লৈ আনিছে। পতি কোনোবা এটা ফেক্টৰীত উচ্চ পদতেই আছিল, পিছে যোৱা বছৰ নক্সালপন্থীয়ে অকাৰণতে গুলী কৰি মৰাত বেচেৰীয়ে আমাৰ দৰেই সকলো বেচি ইয়ালৈ আহিছে।" এটা দীঘলীয়া নিশ্বাস টানি ভগৱতী মনে মনে আছিল। তেওঁ জানো স্বয়ং নিজৰ হৃদয় কঠোৰ কৰিয়েই নিজৰ যত্নৰে সজা গৃহস্থী মাটিৰ মূল্যত বেচি দিয়া নাই। অলপ যত্ন কৰাহেঁতেনেই চম্পাই লক্ষ্মৌৰ মেডিকেল কলেজতে চাকৰি পালেহেঁতেন। তাইৰ মৃদু স্বভাৱ, অপূৰ্ব্ব সৌন্দৰ্য্যই তাইৰ যোগ্যতাৰ প্ৰমাণ-পত্ৰ হব পাৰিলেহেঁতেন। জানিশুনিও তাই নিজৰ সকলো জলাঞ্জলি দি কগ্না মাতৃৰ হাত ধৰি অজানা ঠাইলৈ কৰ্ম্মসংস্থান লৈ গুচি আহিছে।

বাপেকৰ মৃত্যু, ভনীয়েকৰ কলঙ্ক আৰু তেওঁৰ দুৰ্ভাগ্যই চম্পাক বাৰুকৈয়েই জোকাৰি গৈছিল। মানুহে কয় বিপদ কেতিয়াও অকলে নাহে। তেওঁলোকৰো বিপদৰ পাহাৰ প্ৰথম দেউতাকৰ চাচ্‌পেনচনৰ দিনৰ পৰাই ভাঙি পৰিছিল। মন্ত্ৰীমণ্ডল সলনি হলে আগৰ মন্ত্ৰীমণ্ডলৰ প্ৰিয় কৰ্ম্মচাৰী পিচৰ মন্ত্ৰীমণ্ডলৰ ঘোৰ শত্ৰু,

মাহী আইৰ পুতেক 'ভাইৰ' দৰে হৈ পৰে। ঠিক চম্পাৰ বাপেকৰ ক্ষেত্ৰতো সেয়েই হৈছিল। তেওঁৰ কীৰ্ত্তি, সুখ্যাতি চাওঁতে চাওঁতেই কৰবাত শূন্যত বিলীন হৈ গ'ল। তেওঁ কেতিয়া আৰু ক'ত চৰকাৰী গাড়ীৰ অপব্যৱহাৰ কৰিছিল, কেতিয়া ভৰা গৃহ নিৰ্ম্মাণ কৰোঁতে তেওঁৰ অধীনস্থ কৰ্ম্মচাৰীৰ হতুৱাই ট্ৰাক ভৰাই চিমেণ্ট আনিছিল ইত্যাদি কাৰণ দৰ্শাই অপৰাধৰ চৰ্ম্মচাল পিন্ধাই তেওঁৰ বিভাগবেই একোণত তেওঁক তিৰস্কাৰপূৰ্ণ চাচ্‌পেনচনৰ অৰ্ডাৰ দিছিল। যি অট্টালিকা, তেওঁ জানো ক'ৰ ক'ৰ পৰা নক্সা আনি চৰায়ে কুটা কঢ়িয়াই ঘৰ সজাৰ দৰে সাজিছিল, সেইয়েই তেওঁৰ জীৱনৰ চৰম দুৰ্দিন মাতি আনিলে। এজন ভাল সৎ অফিচাৰে ইমান ডাঙৰ অট্টালিকা সজাবলৈ ক'ৰ পৰা পইচা পালে ইত্যাদি কথা উঠিবলৈ ললে। কেচু খান্দোঁতে সাপ ওলোৱাৰ ভয়ত সকলো অফিচাৰ সন্ত্ৰাসত বিহ্বল হৈ পৰিল। গোটেই দেশ যেন অত্যাচাৰ অনাচাৰেৰে ভৰি পৰিল।

ধৰণীধৰৰ ঘৰ সঁচাই দৰ্শনীয় আছিল। তেওঁৰ ঘৰটো দূৰৰ পৰা চালে কোনোবা সুন্দৰ নেপালী মন্দিৰ যেনহে লাগিছিল। তেওঁৰ ঘৰৰ সন্মুখত এক বৃহত খণ্ডিত নাৰীমূৰ্ত্তি সজাই ৰাখিছিল। নাৰীমূৰ্ত্তিটোৰ মুখ শান্ত আৰু গম্ভীৰ। মূৰ্ত্তিৰ সোঁহাতত শৃঙ্গাৰৰ সামগ্ৰী আৰু বাওঁহাতত দৰ্পণ। এই মূৰ্ত্তিৰে সৈতে তেওঁৰ ঘৰটো বিশাল এক বুৰঞ্জীপ্ৰসিদ্ধ ঘৰ যেন লাগিছিল। পিছে এই মূৰ্ত্তিটো লৈ তেওঁৰ প্ৰায়েই ভগৱতীৰ লগত তৰ্ক হৈছিল। "যেতিয়াই এই মূৰ্ত্তিটো মোৰ ঘৰলৈ আহিছে, তেতিয়াৰ পৰাই দুষ্ট গ্ৰহে আমাৰ পিচ নেৰা হৈছে। মই কেতিয়াবা মূৰ্ত্তিটো গোমতীত উটাই দিম"— আদি এই ধৰণৰ কথা সদাই ভগৱতীয়ে কৈ আছিল। পিছে আজি পৰ্যন্তও সেই মূৰ্ত্তিৰ সলিল সমাধি নহ'ল। চম্পাৰ বহুলাৰ

এটা চুকত এতিয়াও সেই মূৰ্ত্তিয়ে যেন ধৃষ্টভাবে মিচিকিয়াই আছে।

"কেতিয়াবা মনোযোগেৰে ভই চাইচনে চম্পা ?" ধৰণীধৰে এদিন হাঁহি হাঁহি কৈছিল— "এই মূৰ্ত্তিটোৰ মুখখন তোৰ লগত কিমান মিল আছে !" সচাঁকৈয়েই এই মুৰ্ত্তিটোৰ দৰেই চম্পাৰো সৰু জোঙা তিলফুলিয়া নাক, বেদনাপূৰ্ণ পলকৰে টনা টনা দুটা কৰ্ণচুম্বী নয়ন আৰু জোঙা থুঁতৰিৰে সৈতে অসম্ভৱ মিল আছে এই মূৰ্ত্তিটোৰ। এই মূৰ্ত্তিটোৰ দৰেই শান্ত গম্ভীৰ চম্পা। দুই বাই-ভনীৰ মাজত এজনীৰো ইজনীৰ লগত মিল নাই। জুহি চাপৰ আৰু চম্পা ওখ, জুহিৰ শৰীৰ ভৰা ভৰা আৰু নাক সামান্য ওপৰলৈ উঠা, যাক বিদেশীয়ে কয় "স্নব ন'জ।" কিন্তু চম্পাৰ নাকৰ গঢ়ন একেবাৰে গ্ৰীক সুন্দৰীৰ দৰেই। জুহিৰ গাখীৰত সেন্দূৰ মিহলোৱা উজ্জ্বল ৰঙৰ ওচৰত চম্পাৰ কোমল শ্যামল ৰং খুউব দুখ ভাগৰত কষ্ট কৰি অহাৰ দৰেই লাগিছিল। তথাপিও জুহি জুহি, আৰু চম্পা চম্পা ! চম্পা যদিও মেডিকেল কলেজত পঢ়িছিল, তথাপিও কাৰো সাহস নাছিল তাইৰ ঘৰলৈ আহিবলৈ। আৰু জুহি ......... ! জুহিৰ তৰুণ মিত্ৰ ভগৱতীৰ একমাত্ৰ চিন্তাৰ কাৰণ হৈ পৰিছিল। দীঘল চুলিৰ জুলফিৰে সৈতে গুলপীয়া কুৰ্ত্তা পিন্ধা তনবীৰ বেগক দেখিলেতো ভগৱতীৰ খঙত তেজ গৰম হৈ উঠে।

"মই তনবীৰক ৰাখি পিন্ধাইছিলোঁ। মা, চোৱাচোন কি সুন্দৰ শাড়ী আনিছে মোলৈ" বুলি কোটাৰ গুণাৰ কাম কৰা আচল মুৰত দি জুহিয়ে যেতিয়া মাকৰ সন্মুখত ঠিয় দিলেহি মাকৰ মুখ খঙত বিবৰ্ণ হৈ পৰিছিল। এই ৰাখি মানে একো সম্বন্ধ নোহোৱা ভাই বিলাকক তেওঁ খুউব ভয় কৰে। আৰু তেওঁ একেবাৰেই সহ্য কৰিব নোৱাৰে এইবোৰ। মাকৰ মুখৰ ৰং দেখিয়েই চতুৰা জুহিয়ে কোমলভাবে কৈছিল: "মই তনবীৰক কৈছোঁ মই শাড়ী কেতিয়াও নলওঁ, শাড়ী ললে মায়ে মোক কাটি টুকুৰা কৰিব। মইতো শাড়ীখন তোমাক দেখুৱাবলৈহে আনিছো।" শাড়ী জুহিয়ে ওলটাই

দিলে। পিছে তথাপিও ভগৱতীয়ে স্বস্তি পোৱা নাছিল। আৰু জুহিৰ সকলো গতিবিধি নিৰীক্ষণ কৰাও তেওঁৰ পক্ষে এক প্ৰকাৰ অসাধ্য হৈয়েই পৰিছিল। এইবোৰ কাৰণতেই দুই কন্যাক সুপাত্ৰত দান কৰি তেওঁ মুক্তি পাব খুজিছিল।

মেডিকেল কলেজৰ এক পৰ্ব্বতীয়া ছাত্ৰীৰ প্ৰেম-বিবাহে তেওঁক সেইদিনা বৰ ভয় খুৱাই গৈছিল। লক্ষ্মী পন্ত চম্পাৰ সহ-পাঠিনী আছিল। প্ৰথম মেডিকেল কলেজত এডমিচন লবলৈ আহোঁতে তেওঁলোকৰ তাতেই আছিল। তাই অসাধাৰণ ৰূপেৰে বগা, ধুনীয়া হোৱা সত্বেও তাইক সাধাৰণ বেয়া বেশভূষণে অতি সাধাৰণেই দেখিছিল। পাতল ঘৰত বোৱা সূতাৰ শাড়ীৰ তলত খুউব ছুটি পেটিকোট আৰু ভৰিত তাপলিৰে ভৰা প্লাষ্টিকৰ চেণ্ডেল। এই বেশভূষাৰে সৌন্দৰ্য্য থকা সত্বেও তাইক অদ্ভুত কিবা দেখিছিল। বহুত দিনৰ পুৰণা হ'লড'ল আৰু গোলাপফুল আঁকা সেউজীয়া টিনৰ চুটকেচ আদিৰে সৈতে তাই ভগৱতীৰ ঘৰলৈ আহিছিল। লগত আহিছিল লোকমণি পন্ত, তাইৰ পিতাক। লক্ষ্মীৰ বাপেক ভগৱতীৰ শহুৰ কুলৰ কুলপুৰোহিত আছিল। লক্ষ্মী তেওঁৰ সাতজনী ছোৱালীৰ সৰ্ব্বকনিষ্ঠা কন্যা। পাহাৰৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে দিয়া বিশেষ বৃত্তি লৈ পঢ়িবলৈ অহা লক্ষ্মীক ভগৱতীৰ ঘৰৰ ভব্য পৰিবেশত দেখি সঁচাই ভগৱতীৰ মায়া উপজিছিল। দুদিনিয়া যাত্ৰাত পন্তনীয়ে কৰি দিয়া গুড়ৰ বিস্কুট খায়েই কটাইছিল লোকমণি পন্তে। চাকৰে চাহ জলপানৰ ঠাল এখন থৈ যোৱাত তেওঁ বিতৃষ্ণাৰে কৈ উঠিল: "নহয় মই একেবাৰে গা-পা ধুই সন্ধ্যা কৰিহে খাম। তুমিতো জানাই মই পন্তনীৰ বাহিৰে আজিলৈকে কোনো বেলেগ [illegible]ৰ হাতেৰেই ডাইল ভাত বা অন্য বস্তু খোৱা নাই। মোচম্বিৰ ৰসৰ লগত আটা সানি (পাহাৰৰ এক সাত্বিক আহাৰ) চাৰিখনমান লুচি কৰি দিয়া যদি তাৰেই"— বুলি তেওঁ ভগৱতীৰ কালে চাই হাঁহি কলে, "জানিচোৱেই নহয়, আজি কালি খাটি ঘিঁউ ক'ত

পাৰা ? মোচাখৰিৰ বসত তেও একো শেঁৱাল নাই, নহলে আজি কালি ঘিহে ভেঁৱালৰ দিন।"

লোকমণি পন্তে বহুত সময় সেইদিনা তেওঁৰ সন্ধ্যা অর্চ্চনাতেই কটালে। তেওঁৰেই কন্যা লক্ষ্মী পন্তে যেতিয়া চেকেণ্ড ইয়েৰ পাওঁতেই কাচুলি দুৰলৈ দলিয়াই পেলালে, লোকমণিপন্ত স্তম্ভিত হৈ পৰিল। কোনে ক'ব এইজনীয়েই সেইজনী লাজুকী লক্ষ্মী পন্ত। লুঙ্গি পৰিহিতা বক্ষত আচল নোহোৱা এই মধুচন্দ্ৰাকতো তেওঁ প্ৰথমে চিনিবই পৰা নাছিল। অকল কাপোৰেই নহয়, তাইৰ উঠা বহা, কথা কোৱা, হাঁহি আদি সকলোতে এক নতুনত্ব আহি পৰিল। বেচেৰা পুৰোহিতে এতিয়া নিজৰ কন্যাৰ দশা দেখি জানো আগৰ দৰে পৱিত্ৰতাৰে পূজা-অর্চ্চনাত মনোযোগ দিব পাৰিব ? লাহে লাহে লক্ষ্মীয়েই বাপেকৰ ওচৰলৈ আহিবলৈ এৰি দিলে। তাইৰ বন্ধুৰ পৰিসৰো বাঢ়ি আহিবলৈ ধৰিলে। জুহিয়ে এদিন ইউনিভাৰচিটিৰ পৰা আহি ভগৱতীৰ ওচৰত লক্ষ্মী পন্তৰ বিয়াৰ খবৰ দিলেহি।

"মা! জানা, লক্ষ্মী পন্তে বিয়া কৰিলে!" "কি ?" বুলি ভগৱতী বজ্ৰ পৰাৰ দৰেই উচপ খাই উঠিল। "এই মন্ত্ৰ মাহতনো কোনোবা পাহাৰী লৰা-ছোৱালীৰ বিয়া হ'ব পাৰে ? কি বকিছ এইবোৰ তই ?" "সঁচা মা! বাইদেউয়েতো তোমাক এইবোৰ একোৱেই কোৱা নাই। এইমাত্ৰ ভৰবীৰেহে মোক এই খবৰটো দিলে।" উত্তেজিত জুহিয়ে মাকক সকলো কবলৈ ধৰিলে।

"ধ, এই মিছা কথাবোৰ," বুলি ভগৱতীয়ে উঠি যাব খুজিলে। তেওঁ বিশ্বাসেই কৰিব পৰা নাছিল কথাষাৰ। "নিশ্চয় কোনোবাই মিছা অপবাদ দিছে ছাগৈ। কালি দেখোন পণ্ডিতজীয়ে আমাৰ এড্ৰেচতে মণিঅৰ্ডাৰ পঠাইছে।"

"ত্ৰিকালদৰ্শী পণ্ডিতে নিশ্চয় নতুন জোঁৱায়েকলৈ সেইবা টকা পঠাইছে (অনা-অসমীয়াৰ বিয়া ঠিক হোৱাৰ সময়ত দৰাক দিয়া মাননী)। কিন্তু যেতিয়া জোঁৱায়েকৰ নাম শুনিব, পণ্ডিতজীয়ে

সন্ধ্যা গায়ত্ৰী সকলো পাহৰিব। কি নাম জানা মা জোঁৱায়েকৰ ?” এই বুলি হাতৰ ফাইল টেবুলত পেলাই চঞ্চল জুহিয়ে মাকক এনেকৈ কথাৰে শৰবিদ্ধ কৰিবলৈ ধৰিলে যেন প্ৰেম-বিবাহ লক্ষ্মী পদ্মৰ নহয় জুহিৰ হে হৈছে। “লৰাৰ নাম মাহমুদ আলি। বাহ! এইবাৰ বিয়েয়েকৰ ঘৰৰ চেৱৈহে খাব ঈদত। পণ্ডিতজায়ে আৰু তোমাৰ সত্যনাৰায়ণৰ পাঁচালি আদি পঢ়িবলৈ নাহে বুজিছা মা! এতিয়া লোকমণি পত্নে কোৰাণ পাঠ কৰিব।” ভগৱতীৰ অন্তৰ কঁপি উঠিল এই দুঃসংবাদত। চম্পাক তেওঁ ভালকৈয়েই বুজি পায়। তেওঁৰ শান্ত গম্ভীৰ জীয়েকৰ পৰা কোনো আশংকা নাই, কিন্তু জুহি ...... ।

“বৃশ্চিক লগ্ন তোৰ এই ছোৱালীৰ।” এই বুলি এদিন ভগৱতীৰ পিতাকে সোঁৱৰণী চাই কৈছিল— “সাৱধানে থাকিবি, এই ছোৱালীয়ে তোক এদিন বৃশ্চিকৰ দৰেই দংশন কৰিব।” সঁচাই বৃশ্চিকৰ দৰেই দংশন কৰি তেওঁক মনোকষ্ট দিছিল। আৰু গোটেই জীৱনলৈ কন্দুৱাইছিল এই ছোৱালীজনীয়ে। চম্পা ঘৰ পোৱাৰ লগে লগেই ভগৱতীয়ে ঠাট্টাৰ সুৰেৰে চম্পাক সুধিলে “কি অ’! তোৰ বোলে বন্ধুৱে কোনোবা মুছলমান ডাক্তৰক বিয়া কৰিলে, তই দেখোন আমাক সু-খবৰ শুনুৱালিয়েই।” “কিয় ইয়াত ক’বলগীয়ানো কি আছে? দুয়ো দুয়োকে বিয়া কৰাব খুজিছিল, কৰিলে। কোনোতো নিমন্ত্ৰণী চিঠি ছপোৱা নাছিল সিহঁতে! তুমি যদি কিবা উপহাৰ দিব খুজিছা বিয়াৰ উপলক্ষে, দিবা। কালিলৈ মই সিহঁতক খাবলৈ মাতিছোঁ।” বৰজীয়েকৰ স্নিগ্ধ হাঁহিত মাকে সৰু জীয়েক জুহিৰ দৰে একো উপলুঙা নেদেখিলে। তথাপিও ভগৱতীয়ে খঙতে কৈ উঠিল— “সেই নিলাজীজনীক তই খাবলৈ নিমন্ত্ৰণ কৰি আহিলি। তোৰ বুদ্ধি, মান, সন্মান তই পুৰি খালি, নিমন্ত্ৰণ কৰিবলৈ আৰু কাকো নাপালি, সেই পলৰীয়া মুছলমানজনীকহে পালি? তাইৰ বাপেকে এই খবৰ শুনিলে ছাগৈ নিশ্চয় কুঁৱাত জাপ দি আত্মহত্যা কৰিব।”

"কি যে নীচ বিচাৰ তোমালোকৰ মা ! মুছলমান আৰু হিন্দুৰ তেজ বেলেগনেকি ?" বুলি কোৱা কথাবাৰত নিজৰ অল্পভাষী কন্যাৰ অনাৱশ্যক তৰ্ক-বিৰ্তকই ভগৱতীক অকাৰণতেই শঙ্কাকুল কৰি তুলিলে। কিজানি নিজৰ জীয়েকেও এনেকুৱা এটা কৰেই বুলি ভাবি লৈছে ! "আমাৰ লগত পঢ়া বহুত ছোৱালীয়েই আন্তৰ্জাতিক বিয়া কৰিছে। নিজৰ সমাজ জাতিত যদি যোগ্য পাত্ৰ নাপায়, তেতিয়া অন্য সমাজৰ সুপাত্ৰ গ্ৰহণ কৰাত কি দোষ আছে মা ? দেখা নাই নিজৰ সমাজ জাতি আদি বিচাৰ কৰি থাকোঁতেই কেনেকৈ আমাৰ কুমাওঁন জাতিটো লুপ্ত হৈ গৈ আছে। যদি এনেকুৱাই দৃষ্টিভঙ্গী আমাৰ মাজত হৈ থাকে, চাবা এদিন আমাৰ কুমাওঁন জাতিটো লুপ্ত হৈ যাব।" চম্পাৰ কথাত ভগৱতীৰ হাতভৰি কঁপিবলৈ ধৰিলে। এইয়া তেওঁ কি শুনিছে নিজৰ শান্ত, স্থিৰ বিবেচক কন্যাৰ মুখৰ পৰা। বহুত দিনৰ আগতেই তেওঁ এনেকুৱাই এক তৰ্ক শুনিবলৈ পাইছিল পৰ্ব্বতীয়া সমাজৰ এক প্ৰতিষ্ঠিত ব্ৰাহ্মণ কন্যাই আন্তৰ্জাতিক বিবাহ কৰাবলৈ ওলোৱাত। তেওঁৰ দুঃসাহসত গোটেই কুমাওঁন ব্ৰাহ্মণ সমাজ কঁপি উঠিছিল। এক বৰ্জিত গোষ্ঠিৰ ব্ৰাহ্মণ পুত্ৰই আগবাঢ়ি আহি কন্যাৰ পিতৃক ব্যঙ্গৰে কৈছিল— "কি গুৰু, বিবাহেই যদি দিব খুজিছা, আমি থাকোঁতেনো কিয় বাহিৰলৈ যাব লাগে ?"

আৰু কন্যাৰ পিতৃও কম নাছিল। তেওঁ সেইদিনা চুঙা চাই সোপা দিছিল— "আমি উচ্চকুলৰ ব্ৰাহ্মণ, যোশি ব্ৰাহ্মণ। আমি সদাই বাচমতি চাউলহে খাওঁ, বাচমতি নহলে ভোকত কটালেও মোটা চাউলৰ ভাত নাখাওঁ বুজিছা।"

কিন্তু এতিয়াও জানো যোশিসকলৰ বাসমতিৰ প্ৰতি নিষ্ঠা তেনেকৈয়ে আছে ! তেওঁৰ চকুৰ আগতেই কিমান প্ৰতিষ্ঠিত পৰিবাৰ নতুন যুগৰ সোঁতত পানীত তৃণ উটি যোৱাৰ দৰেই উটি যাবলৈ ধৰিছে। কন্যাৰ অস্বাভাৱিক ব্যৱহাৰে ভগৱতীক যেন সাৱধান

বাণী শুনাই গৈছিল। তেওঁ তৎক্ষণাত ভাল দৰা বিচাৰি এই প্ৰগতিবাদী কন্যাক সু-পাত্ৰত অৰ্পণ কৰি, সোনকালেই কন্যাদায়ৰ পৰা মুক্তি পাবলৈ উঠি পৰি লাগিল। সেই দিনাই তেওঁৰ পাহাৰত থকা নন্দেক ৰুক্মিণীলৈ তেওঁ চিঠি লিখিবলৈ বহিল আৰু ৰুক্মিণীয়েও নিজৰ পৰ্ব্বতীয়া সমাজৰ পুৰা, আধৰুৱা বিদেশ-প্ৰবাসী ডাক্তৰ, ইঞ্জিনীয়াৰৰ এখন দীঘল লিষ্ট লিখি পঠোৱাই নহয়, এক সু-পাত্ৰক বিশেষভাৱে নিৰ্ব্বাচিত কৰিও লিখি পঠালে। আৰু লিখিলে সাহ কৰি যদি এই পাত্ৰক নিজৰ কৰিব পাৰে, তেতিয়া হলে চম্পাই ৰাজ-ৰাণীৰ দৰেই দিন কটাব পাৰিব। তিনি বছৰ বিদেশত থাকি অলপতে ঘূৰি আহিছে। পিতাক ৰামদত্তৰ ঘৰত সোঁৱৰণীৰে ছাল চোৱাব পৰা হৈছে। কিন্তু ৰামদত্ত এক নম্বৰৰ ঘুঁঘুঁ চৰাই। একমাত্ৰ পুতেকৰ এনেকুৱা এঘৰত সম্বন্ধ কৰিবৰ ইচ্ছা, যাতে গোটেই জীৱন তেওঁৰ পাঁচো আঙুলি ঘিউতেই বুৰি থাকে। "আপুনি চম্পাৰ সোঁৱৰণীখনৰ নকল যিমান সোনকালে পাৰে পঠাই দিয়ক, পাচত বুঢ়াক কোমলোৱাৰ ভাৰ মোৰ ওপৰত এৰি দিয়ক। মই সকলো ঠিক কৰিম।"

আৰু সঁচাই এদিন একো খবৰ নিদিয়াকৈয়েই ৰুক্মিণী ধুমুহাৰ দৰেই আহি তেওঁলোকৰ ঘৰত উপস্থিত হ'লহি। ভগৱতীয়ে আজিও সেই সন্ধ্যাৰ কথা পাহৰিব পৰা নাই। ধৰণীধৰৰ চাচপেন্‌চনৰ পিচত ঘৰৰ চেহেৰা এনেই বিকৃত হৈ পৰিছিল। তাতকৈয়ো ঠিক বাৰ বজাত হোৱা বিস্ফোৰক কাণ্ডৰ ধুম্ৰৰেখা তেতিয়াও বিলীন হোৱা নাছিল। এনেকুৱাতে হাতত চুটকেচ লৈ ৰুক্মিণী ঘৰত সোমাই ভগৱতীৰ সন্মুখত ঠিয় হ'লহি। লগত ওখ সুন্দৰ স্বাস্থ্যৰ কেঁচাসোণ বৰণৰ এজন চঞ্চল ডেকা। অপৰিচিত যুৱকক দেখি ভগৱতী লৰালৰিকৈ উঠি বহিল। সুন্দৰ গৌৰবৰ্ণৰ লগত মিল খোৱাকৈ মুগাৰ পাঞ্জাবি পৰিহিত, আভা প্ৰতিভা প্ৰদীপ্ত কপাল। ঠিক এনেকুৱাই এজন ডেকাৰ কথাকৈইতো লিখিছিল ৰুক্মিণীয়ে। আৰু

তেতিয়াই তৎক্ষণাত তেওঁ বুজি পালে, এইজনেই নিশ্চয় তেওঁৰ ভাবী জোৱাই। "আৰে তুমি কেনেকৈ যে আহি পালা ৰুক্মিণী! এখন টেলিগ্ৰামতো কৰিব পাৰিলাহেঁতেন তুমি?" বুলি তেওঁ চকী এখন টানি নিজৰ আচলেৰেই জোকাৰি বহিবলৈ নিৰ্দ্দেশ দি ব্যস্ত হৈ পৰিল। "দেখিছা মধুকৰ, কেনেকুৱা স্বাগত কৰিছে তোমাৰ শাহুৱে?" ৰুক্মিণীৰ কথাষাৰ শুনি লগে লগে সুদৰ্শন মধুকৰৰ মুখ মণ্ডল লাজত ৰক্তিম হৈ পৰিল। কি যে বিচিত্ৰ স্বভাৱ, এই প্ৰগলভা ৰুক্মিণীৰ! সেই সময়ত ভাগ্য ভাল চম্পা নাছিল কোঠাটোত। থকাহেঁতেন কিযে অনৰ্থখনেই নহলহেঁতেন। চম্পাৰ স্বভাৱেই বিচিত্ৰ, ফুচুলাই বুজাই মনাব পাৰি যদি ভালেই, নহলে জোৰ কৰি কিবা এটা জাপি দিব খুজিলে তাই ভয় খোৱা ঘোঁৰাৰ দৰেই চকুখাই চতফটাই উঠে। চম্পাৰ নিসঙ্গতাৰ করুণ চাপ তাইৰ গোটেই মুখমণ্ডলতেই বিয়পি পৰিছিল। কি জানো তাই সদায় চিন্তা কৰি থাকে! তাইৰ মুখত তীব্ৰ কামনাৰ উষ্ণতা কোনেও বিচাৰি নাপায়। পায় কোমল ৰ'দৰ মধুৰ কোমলতা। তাইৰ আত্ম-সংযম, সহিষ্ণুতা আৰু প্ৰতিভাৰ কাৰণেই সকলো পৰাই তাই ধৰণীধৰৰ প্ৰিয় আৰু অতি মৰমৰ কন্যা আছিল। সেইদিনা জুহি গুচি যোৱাৰ পিছতেই ধৰণীধৰৰ ৰক্তচাপ বাঢ়িবলৈ ধৰিলে। বাপেকৰ মূৰৰ শিতানত বহি থকা চম্পা পেহিয়েকৰ আকস্মিক কণ্ঠস্বৰ শুনিও কিন্তু উদাস, ক্লান্ত পিতাক শুই থকাৰ ওচৰৰ পৰা গুচি আহিব পৰা নাছিল। ওহ! জুহিয়ে যদি জানিলেহেঁতেন তাই তাইৰ বাপেকৰ কিমান অনিষ্ট কৰি গৈছে! ভাগ্য ভাল সেইদিনা চম্পা কলেজলৈ যোৱা নাছিল। চাহ খাই ৰাতিপুৱাই জুহি ওলাই গৈছিল আৰু ঘূৰি আহিছিল দুপৰীয়া। তাকো অকলে নহয়, লগত আহিছিল তনবীৰ। ৰহস্যময়ীৰ দৰেই সিহঁতৰ প্ৰস্তাৱৰ বাৰুদে গোটেই ঘৰ ছিন্নবিছিন্ন কৰি পেলাইছিল। ৰাখি বান্ধি ঘৰৰ পুত্ৰৰ দৰেই আহি ঘৰৰ ভিতৰ সোমাই দুঃসাহসী বিজতৰীয়া

পাপিষ্ঠ এটা জোৱাই হোৱাৰ প্ৰস্তাৱ লৈ অহাত ধৰণীধৰ খঙত একো নাই হৈ উঠিছিল আৰু শিষ্টতা, পদমৰ্যাদা সকলো পাহৰি তেওঁ জীয়েকৰ সন্মুখত জোৰেৰে চিএঞৰিবলৈ ধৰিছিল। "গেট আউট, ইউ বাষ্টাৰ্ড, গেট আউট।"

"ঠিক আছে ডেডি, তনবীৰ আজি এই ঘৰৰ পৰা অকলে নাযায়, ময়ো যাম লগত। দিল্লীত মোৰ চাকৰি জোগাৰ হৈ গৈছে। ৰ'বা তনবীৰ, মই কেইখনমান কাপোৰ লৈ লওঁ।" আৰু সঁচাকৈয়ে দুঃসাহসী নিলৰ্জ্জ জীয়েকে চুটকেচত স্বাভাৱিকভাৱে কাপোৰ ভৰাই ওলাই গুচি গ'ল, যেন পতিৰ লগত দ্বিতীয়বাৰ শহুৰেকৰ ঘৰলৈহে গৈছে। সেইদিনা ভাগ্য ভাল চাকৰ-বাকৰো ঘৰত কোনো নাছিল। বহুত দেৰিলৈকে ধৰণীধৰ চকীত নিচ্চুপ-নিস্পন্দিত হৈ বহি আছিল। কন্যাই দি যোৱা আঘাতে তেওঁৰ হৃদয়-গতি যেন নিস্পন্দিত কৰি গ'ল। পতিৰ ক'লামুখ দেখি ভগৱতী অজ্ঞাত আশঙ্কাত শিয়ঁৰি উঠিল। আচলতে সেইদিনাই তেওঁ গিৰিয়েকৰ পিচত থিয় হৈ থকা নিশ্চিত মৃত্যুক দেখিবলৈ পাইছিল। গিৰিয়েকৰ বিপত্তিৰ কথা ভগৱতীয়ে নন্দেকলৈ লিখিছিল, পিছে জুহিৰ অজ্ঞাতিত পলায়ন আদি কথা চলে-কৌশলে নিজৰ আপোন একমাত্ৰ নন্দেকৰ পৰাও লুকুৱাই ৰাখিছিল তেওঁ। মধুকৰ গা ধুবলৈ উঠি যোৱাৰ সময়খিনিতেই তেওঁ নন্দেকৰ হাতত সজোৰে চেপি ধৰি কলে— "এয়া তুমি কি কৰিলা ৰুক্মিনী? মইতো চম্পাক এতিয়ালৈকে এযাৰ কথাও সুধিব পৰা নাই। তুমিতো জানাই তাইৰ স্বভাৱ। কৰবাত মধুকৰক দেখি তাইৰ খঙ উঠে যদি!" "তুমি চিন্তা নকৰিবা নবৌ, কিছুমান পুৰুষৰ ব্যক্তিত্ব এনেকুৱা হয়, যাক দেখিলে ছোৱালীৰ খঙ নুঠে। নিজৰ কৰি পাবলৈহে বিচাৰে। তুমিতো দেখিলাই মধুকৰক। সঁচাকৈ কোৱাচোন কিবা··· ··।" বাক্য পুৰা কৰিবলৈ নাপাওঁতেই পৰ্দা ঠেলি চম্পা সোমাই আহি মিচিকিয়া হাঁহিৰে সুধিলে— "তুমি কেতিয়া আহিলা পেহি? টেলিগ্ৰাম এখনতো দিব পাৰিলাহেঁতেন। ময়েই

ষ্টেচনৰ পৰা তোমাক লৈ আনিলোঁহেঁতেন।" পেহিয়েকে জোকোৱাৰ চলেৰে কলে "আৰে চম্পা, তইতো এইখিনিতেই চৰতকৈ ডাঙৰ মূৰ্খামী কৰিলি ষ্টেচনলৈ নগৈ। তোৰ আজি ষ্টেচনলৈ যোৱাৰ নিতান্তই আৱশ্যক আছিল।"

"কিয়," বুলি হাঁহি চম্পা পেহিয়েকৰ নিচেই কাষতেই বহি পৰিল।

ৰুক্মিণীয়ে চম্পাৰ সৌন্দৰ্য্য যেন এইয়া প্ৰথমবাৰ দেখিলে। ভতিজাকৰ চকুৰ পৰা তাই চকু তুলি আনিব নোৱাৰিলে। মনতে ভাবিলে যতেই নাথাকক বিশ্বসুন্দৰী প্ৰতিযোগিতাৰ শিৰৰ মুকুট এই ছোৱালীজনীৰহে প্ৰাপ্য। কি সুন্দৰ শৰীৰৰ গঢ়ন, কি অপূৰ্ব্ব মুখমণ্ডল। "জুহি কলৈ গ'ল নবো, দেখা নাই দেখোন!" ৰুক্মিণীৰ প্ৰশ্নত মাক-জীয়েক দুয়োৰে কলিজা কঁপি উঠিল। "তুমিতো জানাই জুহিৰ স্বভাৱ ৰুক্মিণী, আজি অলপ আগতে বাপেকৰ লগত কাজিয়া কৰি দিল্লীলৈ গুচি গৈছে চাকৰি কৰিবলৈ।" পাতলাই হাঁহি কোনোৰকম ভগৱতীয়ে পৰিস্থিতিতো আয়ত্ব কৰি ললে। আৰু কলে "জুহিয়ে কৈছে এম, এ পঢ়িনো কি হ'ব মা, চাকৰি এটা পাইছোঁ, কৰাই ভাল।" "কি খবৰ চম্পা? তইতো ছাগৈ চাকৰিৰ কথা ভবাই নাই, ময়েই তোৰ কাৰণে এটা ডাঙৰ চাকৰি জোগাৰ কৰি আনিছোঁ।" কথা শুনি পলকতে চম্পাৰ ম্লান চিন্তাক্লিষ্ট মুখত মধুৰ হাঁহি বিয়পি পৰিল। সুধিলে "কি চাকৰি পেহি?"

ৰুক্মিণীয়ে বিদুষিকাৰ দৰেই বাংঢালি স্বভাৱৰে পাতলাই কলে— "তেতিয়া হলে শুন চম্পা"। ৰুক্মিণীৰ এইতো এটা ডাঙৰ গুণ, কথা যিমানেই গুৰুতৰ নহওক চকুৰ পচাৰতে তাই সকলো কথা পাতল কৈ বুজাই যাব পাৰে। তাই কলে— "মধুকৰ যে আহিছে ইয়ালৈ, এনেয়ে অহা নাই। তোক চাবলৈহে আহিছে। তইতো জানই আজিকালি পাহাৰত নিজৰ জাতি-কুলৰ পঢ়া-শুনা, ভাল স্বভাৱ চৰিত্ৰৰ লৰা পোৱা কিমান দিগদাৰ; কিন্তু ভগৱানে যেন

চকু মেলি চায়েই তোলৈ ঘৰত বহিয়েই নিৰিচৰাকৈয়ে এই সুদৰ্শন আৰু চৰিত্ৰবান ডেকাজন পঠাইছে। মধুকৰ ডাক্তৰ। যেনেকুৱা কুল তেনেকুৱাই প্ৰতিভা মধুকৰৰ। তাতে দাদাক চাকৰিৰ চিন্তাই কেনেকুৱা বিবশ কৰি পেলাইছে সেয়া তই দেখিছই। সেইকাৰণে তই এই প্ৰস্তাৱ নিজৰ কাৰণে নহলেও, দাদা-বৌৰ কাৰণে হলেও মানি ল চম্পা।" চম্পাই আহত পখিৰ দৰেই বিষন্ন মনেৰে মাকৰ ফালে চালে, যেন ক'ব বিচাৰিছে— "মা তুমিতো পেহিলৈ লিখাৰ আগতে এবাৰ হলেও মোক সুধি চাব পাৰিলাহেঁতেন।"

"যা চম্পা" ! বুলি পেহিয়েকে প্ৰায় এক প্ৰকাৰ চম্পাক ঠেলিয়েই পঠালে কাপোৰ-কানি সলাই আহিবলৈ। কলে – "সোনকালে যা চম্পা, মধুকৰ আহিবই এতিয়া গা ধুই।" কথা শুনিও কিন্তু চম্পা বহিয়েই থাকিল। মাকে নিজেই তাইক বাহিৰলৈ টানি লৈ গ'ল। আৰু কলে – "তোক সেই কাৰণেই সকতে চবেই জোকাইছিল বেঙী।"

চম্পা তুজমে তিন গুণ।
  ৰূপ ৰং বাচ ॥
অৱগুণ তুজমে এক হেঁ।
  ভ্ৰমৰ না আৱে পাছ ॥
"চম্পা তোমাৰ তিনিগুণ।
  ৰূপ ৰং সুবাস ॥
অৱগুণ তোমাৰ এটাই মাথো।
  ভ্ৰমৰ নাহে তোমাৰ পাশ"

"এই বেশভূষাততো ভোমোৰা দূৰৰ কথা ভেনা মাখিও নাহে তোৰ ওচৰলৈ। যা কাপোৰ-কানিখিনি সলাই চুলিখিনি ঠিক কৰি পেলা।" কিন্তু জেদি চম্পাই মাকৰ কথা নুশুনি সেই বেশেৰেই চাহৰ টেবুলত চকী এখন জোৰেৰে টানি আনি বহি পৰিল আৰু এবাৰো সন্মুখৰ অতিথিৰ ফালে মূৰ তুলি নাচালে। তেতিয়া প্ৰগলভা অতিথিয়েই

নিজৰ কথাৰ আঁত বিচাৰি সুধিলে— "আপোনাৰ এইবছৰ ফাইনেল ইয়াৰনেকি ?" কথা শুনি তাই চক খাই ভীতা হৰিণীৰ দৰে চকু তুলি চালে আৰু ক্ষন্তেকতে অতিথিৰ ভ্ৰূকুটি চাৱনিত তাইৰ সকলো অহঙ্কাৰ নিঃশেষ হৈ গ'ল। অতিথিৰ সৰল হাঁহি শিশুৰ দৰে নিষ্পাপ যদিও চকুত ক্ৰোধ জিলমিলাই উঠা দেখি চম্পা ভয়ত কঁপি উঠিছিল। কথাষাৰ কৈয়েই অতিথিয়ে চকু তললৈ নমাই আনিলে। "আমাৰ ডাক্তৰণীৰ পৰা বেমাৰীক ভগৱানে বচালেহে বচোৱা মধুকৰ, যিহে অল্পভাষী !" এই বুলি ৰুক্মিণীয়ে হাঁহিৰ ফুলজাৰিৰে ৰুমটোৰ গম্ভীৰ পৰিবেশটো পাতলাবলৈ বৃথা চেষ্টা চলালে। আকৌ তাই আৰম্ভ কৰিলে "ইয়াতকৈ তাই যদি বোবা হৈয়েই জন্মিলহেঁতেন, তথাপিও ভাল আছিল। চন্দ্ৰমাৰ দৰে অপূৰ্ব্ব সৌন্দৰ্য্য দেখি তেওঁলোকৰ দয়া হ'লহেঁতেন আৰু কলেহেঁতেন ইচ্ বেচেৰীৰ ইমান সৌন্দৰ্য্য, কিন্তু নিষ্ঠুৰ বিধতাই বোবা কৰিলে। কিন্তু এই হতভাগী বোবা নোহোৱাকৈয়েই বোবা"— বুলি মনে মনে খঙত তিক্‌চি-বিক্‌চি হৈ উঠিল ৰুক্মিণী। কিমান যে প্ৰশংসা কৰিছিল মধুকৰৰ সন্মুখত তাইৰ অপূৰ্ব্ব সৌন্দৰ্য্যৰ, তাইৰ সুন্দৰ ৰুচিৰ, সুন্দৰ মৃদু স্বভাৱৰ। কিন্তু কিযে কৰি পেলালে ৰাস্তাৰ ভিক্ষাৰিৰ দৰে মলিন ফটা-শাড়ীৰেই মধুকৰৰ ওচৰত বহি ! অইন নহ'লেও তাই মূৰটোতো ফণীয়াই আহিব পাৰিলেহেঁতেন। আৰু শেষত সকলোকে আচৰিত কৰি মধুকৰে চাহ খাই শেষ নহওঁতেই চকী টানি উঠি পৰিল চম্পা। আৰু কলে— "তোমালোক বহা পেহি, ডেডি অকলে আছে মই যাওঁ।" ইপিনে চকুৰে চকুৰে ননদ আৰু নবৌয়েকৰ ভিতৰত কথা হ'ল যে এই ছোৱালীয়ে নিশ্চয় তাইৰ গাত হাত থবলৈ নিদিয়ে। মধুকৰ চাহ খাই নিজৰ কোনোবা সম্বন্ধীয়া খুৰাকৰ ঘৰলৈ ওলাই গ'ল। যাওঁতে কেৱল কৈ গ'ল ৰুক্মিণীক— "আজি ৰাতিৰ গাড়ীতেই বম্বেলৈ যাম মামী"। ৰুক্মিণীক কোৱা কথাত ভগৱতীৰ কলিজা কঁপি উঠিল। মধুকৰতো চাৰি পাঁচ দিন থকাকৈ আহিছিল !

ঠিকেইতো। দোষতো বেচেৰা মধুকৰৰ নহয়! জানি শুনিয়েই চম্পাই নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিছে।

"দুই চাৰিদিনমান থাকি যোৱা মধুকৰ।" ৰুক্মিণীয়ে পাতল হাঁহিৰে পৰিবেশতো পাতল কৰি কবলৈ চেষ্টা কৰিলে। "তুমিতো কৈছিলা লক্ষ্ণৌলৈ বহুত দিনৰ মূৰত আহিছা আৰু কেইদিনমান ফুৰি-চাকি ইমামবাৰা আদি চাই যাবা বুলি।" অনুৰোধৰ সুৰত কথাষাৰ কৈ ৰুক্মিণী নিজেই চক খাই উঠিছিল। তাই বাৰু কেনেকৈ জানিব চম্পা ইমান অভদ্ৰ হৈ পৰিব বুলি। জনা হলে তাই কেতিয়াও মধুকৰক লৈ নাহিলহেঁতেন। মধুকৰৰ সমন্ধ ৰুক্মিণীৰ লগত ভাগিনী-য়েকৰ দৰেই। পিছে ৰুক্মিণীয়ে নিজৰ ভতিজাকৰ দৰেই মৰম কৰিছিল মধুকৰক।

মধুকৰ ওলাই যোৱাত ৰুক্মিণীয়ে দীঘল হুমুনিয়াহ এটা কাঢ়ি চকী এখনত ধুপুচকৈ বহি পৰি কলে,— "ধন্য তোমাৰ ৰাজকুমাৰী নবৌ। কি ক'ব বাৰু লৰাই। মাক-বাপেকে নজনাকৈয়েই কত বুজাই মেলি লৈ আহিছিলোঁ। ভাবিছিলোঁ মধুকৰে পছন্দ কৰে যদি মই স্বৰ্গ ধুকি পাম, ৰামদত্তক পিছে পৰেও তোমাৰ ননন্দ জোৱায়ে বুজাই মেলি ললেহেঁতেন। তেওঁকতো খুউব মানে ৰামদত্তই। আৰু ৰামদত্তৰ ঘৰ-বাৰীতো আমাৰ বেঙ্কতেই মৰ্টগেজত আছে। কলৈ গ'ল তাই? ময়ো আজি সুদাই নেৰোঁ" বুলি — ৰুক্মিণী চম্পাক বিচাৰি কোঠালৈ সোমাই গ'ল।

কিন্তু চম্পাক জানো পাব? চম্পা তেতিয়াই খণ্ডত একো নাই হৈ হোষ্টেল পালেগৈ। বাপেকৰ প্ৰেচাৰ লবলৈ যি চম্পাই ঘণ্টাই ঘণ্টাই নিজৰ কোঠালিৰ পৰা লৰি গৈছিল, সেই চম্পাক বাপেকৰ চিন্তায়ো ৰাখিব নোৱাৰিলে। পেহিয়েক আৰু মাকে তাইৰ ওপৰত কৰা বিশ্বাসঘাটকতাৰ প্ৰতিশোধ লবলৈকে তাই সেইদিনা ঘৰৰ পৰা ওলাই গ'ল।

দেওবাবে যেতিয়া তাই হোষ্টেলৰ পৰা ঘৰ পালেহি, ৰুক্মিণী তেতিয়া আলমোৰালৈ উভতি গ'ল। ভগৱতীয়ে তাইক সেইদিনা একোৱেই নকলে। কিন্তু মাকে মৌনভাবে কোৱা কথাই তাইৰ কোমল অন্তৰ থকাসৰকা কৰি পেলালে। জুহিয়েতো মাক দেউতাকক আঘাত দিলেই, কিন্তু তায়ো কিছু পৰিমাণ হলেও সেই অপৰাধেই কৰি পেলালে। তাইৰ অভদ্ৰ আচৰণে যে মাকক অত্যন্ত দুখ দিলে, তাক বুজিবলৈ আৰু তাইৰ অকণো বাকী নাথাকিল।

তাই নিজে নিজেই মাকৰ ওচৰত কৈফিয়তৰ সুৰত কৈ উঠিল,— "মোৰ পৰীক্ষা আছিল মা, সেই কাৰণেই মই হোষ্টেললৈ যাব লগীয়া হ'ল। তাতে চেপ্‌টিক ওৱাৰ্ডত মোৰ নাইট্ ডিউটিও আছিল। তুমি বেয়া পালা মা!" বুলি ক্ষমা প্ৰাৰ্থনা খোজাৰ ভঙ্গীত কোৱা কথাবাৰত ভগৱতীৰ চকুৰ পানী দুয়ো গালে নিগৰি পৰিল।

"তই এনেকুৱা কিয় কৰিলি চম্পা! পেহিয়েৰে তোক ইমান ভাল পায়, তোৰ জানো কেতিয়াবা অনিষ্ট কৰিব পাৰে? এই হেন কাৰ্ত্তিকৰ দৰে চেহেৰাৰ সুন্দৰ লৰাটোক ঘৰৰ দুৱাৰ মুখৰ পৰা ওভোতাই পঠালি, তই কিয় এনেকুৱা কৰিলি সোণজনী!" ভগৱতীৰ শোকে খুন্দা মাৰি ধৰা কথাকেইষাৰ ধৰণীধৰৰ দুটা মাতত সম্পূৰ্ণ ডুবি গ'ল।

ধৰণীধৰ এনেই খঙাল স্বভাৱৰ তাতে চাকৰিত পোৱা লাঞ্ছনাৰ দাগ আৰু বেমাৰে তেওঁক আৰু খিঙখিঙীয়া স্বভাৱৰ কৰিছিল। সেয়ে অতি সামান্য হুলস্থুলতে তেওঁ বিচলিত হৈ পৰিছিল। তেওঁ বুকুখন বলেৰে চেপি ধৰি কেকাবলৈ ধৰিলে আৰু কলে—"এনেকুৱা বিষতো মোৰ কেতিয়াও হোৱা নাছিল! চম্পা তই লৰালৰিকৈ হাৰ্ট স্পেচেলিষ্ট এজন মাতি আনগৈ।" চিন্তাতুৰ চম্পাই অকণো পলম নকৰিলে। কিন্তু অধীৰ চপল মৃত্যুযে ডাক্তৰ অহাৰ পূৰ্বেই

তেওঁক টানি লৈ গ'ল।

তাই ডাক্তৰৰ ঘৰৰ পৰা ঘূৰি আহি দেখিলে যে তেতিয়া মাক ভগৱতী বাপেকৰ নিষ্প্ৰাণ দেহত অচেতন হৈ পৰি আছে। ওচৰতে টাইপৰাইটাৰত বাপেকৰ আপিলৰ কাৰণে সাজু কৰা কাগজবোৰ বতাহত ফৰফৰাই উৰি আছে। কিন্তু তেওঁ সকলো ইয়াতে এৰি বহুত ডাঙৰ আদালতত আপিল কৰিবলৈ গুচি গ'লগৈ। চম্পাৰ মলিন পাণ্ডুৰ মুখখন শেষ সূৰ্য্যৰ ৰক্তিম আভা পৰি আৰু ম্লান আৰু উদাস হৈ পৰিল। তাই মাকৰ যন্ত্ৰনাকাতৰ কৰুণ বিননি শুনি নিজৰ দুখ বেজাৰ সকলো পাহৰি মাকক সাৱটি ধৰিলে।

বাপেকৰ মৃত্যু চম্পাৰ ইচ্ছামৃত্যুৰ দৰেই লাগিছিল। তেওঁৰ চকুৰ আগতেই তেওঁৰ স্বৰচিত সোণৰ সংসাৰ ভাঙি খানবান হৈ গৈছিল। তেওঁ অন্তিম সময়খিনি যন্ত্ৰনা, ব্যৰ্থতা আৰু দীৰ্ঘ নিশ্বাসৰে কেনেকৈ কটাইছিল, তাক স্বয়ং চম্পাইহে উপলব্ধি কৰিছিল। জুহিৰ নিলৰ্জ্জতা, কলঙ্ক আৰু ধৃষ্টতাই আগতেই তেওঁৰ মৃত্যু মাতি আনিছিল। তেওঁৰ একান্ত দুখ গ্লানি আৰু বিষন্ন মূৰ্ত্তিৰ ছবিয়ে বৈ বৈ চম্পাক আমনি দি কঁপাই তুলিছিল। কেতিয়াবা আধা ৰাতি তাই সপোন দেখিছিল যেন ধৰণীধৰে মনে মনে আহি তাইৰ মূৰৰ শিতানত বহি আছে আৰু সেই বিষন্ন কগ্ন চেহেৰাৰ কৰুণ চকুত লুকাই থকা বেদনাই তাইক মাজৰাতিও জগাই তুলিছে। মুখ খুলি তাইক কিবা কব খুজিও কব নোৱৰা দেউতাকৰ মুখখন দেখি "কি হ'ল ডেডি কি বিচাৰিছা"—বুলি ক'ব খুজি তাই বলেৰে চকু মেলি সাৰ পাই উঠি আকৌ বলেৰে চকুহাল বন্ধ কৰি ধৰিছিল। তাই ভাবিলে কিমান নিষ্ঠুৰতা, কিমান বেদনা, কিমান অপমান সহ্য কৰি এই পৃথিৱীৰ পৰা বিদায় লৈছিল তাইৰ দেউতাকে। তেওঁৰ অশান্ত, অতৃপ্ত আত্মা বাৰু সদাই তাইৰ চাৰিওফালে এনেকৈ ঘূৰি ফুৰিবনেকি বাৰু ?

ককায়েকৰ মৃত্যুৰ খবৰ পাই ৰুক্মিণীও আহি ওলাইছিলহি। "জুহিক খবৰ দিয়া নাই নেকি নবৌ!" বুলি সোধাত চম্পা খতমত খাই পৰিল। ভাগো চতুৰ ভগৱতীয়ে কথাবাৰ চম্ভালি ললে আৰু কলে "তাই ভৰি এখন ভাঙি হস্পিতালতে পৰি আছে। সেয়ে তাইলৈ খবৰেই দিয়া নাই।" বাপেকৰ অশৌচ যোৱাই নাই, মাকে তৎক্ষণাত মিছা কোৱা দেখি চম্পা ভয় খাই উঠিল। গিৰিয়েকৰ মৃত্যুৰ পিছৰ দিনাই জুহিৰ এখন চিঠি পাই ভগৱতীয়ে যেন দ্বিতীয়বাৰ বৈধব্যৰ আঘাট সহ্য কৰিলে। মাথোন এখন ছুটি চিঠিত জুহিয়ে মাক-বাপেকলৈ নিজৰ বিয়াৰ খবৰৰ লগতে লিখিছে যে পিছৰ মাহত জুহি আৰু তনবীৰ আফগানিস্থানলৈ যাব। তাত তাইৰ শহুৰেক পাকিস্থানৰ ৰাষ্ট্ৰদূত। চিঠিত কোনো এড্ৰেচ নাই, কোনো নাম নাই। মাকে ভাবিবলৈ ধৰিলে জুহিৰ বাৰু নাম এতিয়াও জুহিয়েই আছেনে? নিশ্চয় জাহানাৰা বা আয়েচা বেগম কৰিলে ছাগৈ। তাইৰ নামকৰণ কৰোঁতে কি যে আড়ম্বৰেই কৰা আছিল। তেতিয়া ভগৱতীৰ শহুৰেক জীৱিত নাছিল। ভগৱতীয়ে তাইৰ নাম শুভ্ৰা ৰাখিব খুজিছিল, কিন্তু শহুৰেকেই আহি কলে— "তাইৰ নাম জয়ন্তী ৰাখিবা বোৱাৰী!" তেওঁ ৰাশিফলৰ মাহাত্ম্য বুজাই কৈছিল—"তাইৰ ৰাশি বৃশ্চিক। ৰাশি ফলৰ নাম নাৰাখিলে আকৌ আগৰ জন্মতো ছোৱালী হৈয়েই জন্মিব লাগিব। সেই কাৰণে তাইৰ নাম জয়ন্তীয়েই ৰাখিবা।"

লাহে লাহে সেই জয়ন্তীৰ পৰাই তাইৰ নাম জুহি হ'লগৈ। আৰু আজি এই জুহিয়েই ধুমুহাৰ বেগত নিজক এৰি দি তেওঁক অশেষ কষ্ট দি মাজভালুত দংশন কৰি গুছি গ'ল। কি যে বিচিত্ৰ বিড়ম্বনা। চিঠিৰ তাৰিখ দেখি ভগৱতী একেবাৰে নিঃসাৰ নিস্তব্ধ হৈ গ'ল। যিদিনা নিজৰ জন্মদাতা পিতাকৰ চিতা জ্বলিছিল, সেইদিনাই তেওঁৰেই নিজৰ কন্যাই বিয়াৰ আনন্দ উপভোগ

কৰিছিল। ধৰণীধৰে নিজৰ পত্নীক ক্ৰমশঃ শোচনীয় হৈ অহা নিজৰ বিপত্তিৰ কথা সামান্যও আভাস দিয়া নাছিল। সেই কাৰণেই পতিৰ মৃত্যুৰ তেৰ দিন পিছত নিজৰ আৰ্থিক অৱস্থাৰ কথা গম পাই ভগৱতী জ্ঞানশূন্য হৈ পৰিল। গিৰিয়েকৰ বেঙ্ক, প্ৰভিডেণ্ট ফাণ্ড ক'তো এক পইচাও সাচতীয়া ধন নাছিল। বিবেকহীন ধৰণীধৰে আগপিছ একোৱেই নাভাবি নিজৰ সঞ্চিত ধন একমাত্ৰ ঘৰটোতেই নিঃশেষ কৰি পেলাইছিল। ইফালে গিৰিয়েকৰ ওপৰত চলা গুপ্ত মন্ত্ৰণাৰ কথা দোহাৰি ইষ্ট-কুটুম্বই ভগৱতীক আৰু হতাশ কৰি পেলাইছিল। নিজৰ পদমৰ্যাদা, অহঙ্কাৰ আদিৰ কাৰণে ধৰণীধৰে কেতিয়াও নিজৰ মিতিৰ-কুটুমৰ লগত মিলামিছা নকৰিছিল। সেয়ে আজি সেইবোৰেই প্ৰতিশোধ লবলৈ আগবাঢ়ি আহিল। দোষ সিহঁতৰো নাছিল। সেয়া ভাগ্যৰেই লিখন। অতীতৰ এটা কথাই ভগৱতীক ক্ষমাশীলা কৰি তুলিছিল। শহুৰেকৰ মৃত্যুৰ খবৰ শুনি তেওঁলোক আলমোড়া পাই মানে পিতাকৰ মৃতদেহ একমাত্ৰ পুতেকৰ কাৰণে অপেক্ষা কৰি আছিল। তাৰ এমাহৰ আগতেই ধৰণীধৰে দীঘলীয়া বিদেশ যাত্ৰাৰ পৰা ঘূৰিছিল মাথোন। পিতাকৰ কেইবাখনো চিঠি পোৱা সত্বেও পিতাকক দেখা কৰিবলৈ যাব পৰা নাছিল। খণ্ডত বাপেকে অগ্নিশৰ্ম্মা হৈ এখন চিঠি পঠাইছিল তেওঁলৈ। কিন্তু সেই চিঠি পায়ো ধৰণীধৰ লৰচৰ হোৱা নাছিল। তেওঁ হাঁহি হাঁহি চিঠিখন ভগৱতীৰ ফালে আগবঢ়াই দি কৈছিল "ভগৱতী, বুঢ়াৰ কিবা পৰকিভিহে লৰিছে। তেওঁ ভাবিছে মোৰ চাকৰিও তেওঁৰ দৰেই পুৰোহিতগিৰি কৰা চাকৰি, যেতিয়াই ইচ্ছা যাব পাৰি। কেনেকৈনো ছুটি পাম এতিয়া।" ভগৱতীয়ে চিঠিখন পঢ়িছিল :

"গাখীৰ খুৱাই ঘৰত সাপ যে পুহিছিলোঁ, সেয়া মই এতিয়াহে বুজিছোঁ। কিমানবাৰ তোলৈ লিখি আছোঁ এবাৰ আহি মোৰ দুৰ্দ্দশা চাই যাহি। সন্মুখৰ দৰ্জ্জা গোটেইখন ভাঙি খহি

পৰিল, মিউনিচিপালিটিৰ পৰা সদাই নটিছ আহি আছে। আবিয়ৈ ভনীয়েৰ, বেমাৰী মাৰ আৰু বুঢ়া বাপেৰৰ প্ৰতি তোৰ কোনো কৰ্ত্তব্য নাইনেকি? কুলাঙ্গাৰ যিমান কষ্ট, যিমান জুই তই মোৰ মনত দিছ, তাৰ দুগুণ তিনিগুণ তই ভোগ কৰিবি। এয়া সংসাৰৰ নিয়ম"।

ভগৱতীক বৃদ্ধ শহুৰেকৰ অভিশাপে সেইদিনাই আতঙ্কিত কৰি তুলিছিল। কিন্তু গিৰিয়েকক বাপেকৰ সেই চিঠিয়ে আৰুহে নিষ্ঠুৰ কৰি তুলিলে।

চিঠি পোৱাৰ পাঁচ দিনমান পিচতেই শহুৰেকৰ মৃত্যুৰ টেলিগ্ৰাম আহিছিল। কোট পেণ্ট খুলি আঠুলৈকৈ চুৰিয়া পিন্ধি চুলিত বগা ফিটা বন্ধাৰ আদেশ পায়েই জেদি ধৰণীধৰ আকৌ কোবাই খোৱা সাপৰ দৰে ফোঁচ ফুঁচাই উঠিল। বেচেৰাই কেইদিনমানৰ আগতেহে নতুন বিদেশী ফেচনেৰে মূৰ আঁচুৰিবলৈ আৰম্ভ কৰিছিল। "ধুতি বাৰু পিন্ধিম, কিন্তু মই চুলি তুলি নুখুৰাওঁ। এইবোৰ মই একেবাৰেই বিশ্বাস নকৰোঁ"। এইবুলি কোৱা কথাষাৰ শুনি ভগৱতীৰ হাত ভৰি চেঁচা হৈ পৰিছিল। কিন্তু কি কৰিব বেচেৰীয়ে জেদি স্বভাৱৰ গিৰিয়েকৰ ওচৰত?

এনেকুৱাতে আত্মীয় স্বজনৰ ভীৰৰ মাজৰ পৰা কোনোবা এক আত্মীয় বুঢ়া ব্যক্তিয়ে নিজক সংযত কৰি ৰাখিব নোৱাৰি মাত লগালে— "ঠিক আছে বোপাই; চুলি নুখুৰোৱা নালাগে; আমিও কিন্তু কোনেও তোমাৰ দেউতাৰাৰ অন্তিম যাত্ৰাত লগ নিদিওঁ। তুমি কোনোবা চণ্ডাল অনাই তোমাৰ দেউতাৰাক শ্মশানত থোৱাৰ ব্যৱস্থা কৰা। তোমাৰ বুঢ়া দেউতাৰাৰ আত্মাই পৰম শান্তি পাব।"

সমাজৰ শক্তিত কিমান জোৰ আৰু ব্যঙ্গ কিমান তীব্ৰ তাক ভগৱতীয়ে সেইদিনাহে উপলব্ধি কৰিলে। ধৰণীধৰে বিনাবাক্যে সকলো কথা আজ্ঞাপালক শিশুৰ দৰে কৰি যাবলৈ ধৰিলে। সেই হেন হাড় কঁপোৱা পাহাৰীয়া ঠাণ্ডাতো কুশৰ বিচনাত মাত্ৰ

সূতীৰ ধুতি এখন পিন্ধিয়েই ধৰণীধৰে দহদিন কটালে। অন্ন নিষিদ্ধ হোৱাত ফলাহাৰে তেওঁৰ মুখৰ কঠোৰ চেহেৰা, সকলো ক্লিষ্টতা মচি দূৰ কৰি পেলালে। সেই নিৰ্ম্মল, পবিত্ৰ পৰিবেশত থাকি তেওঁ বাৰে বাৰে যে মৃত বাপেকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিছিল তাক বুজিবলৈ ভগৱতীৰ আৰু একো বাকী নাথাকিল। কিন্তু পিতাকৰ ক্ৰোধ, অভিযোগ তেওঁৰ অন্তিম অভিশাপ ধৰণীধৰে তেওঁৰ অন্তিম দিনলৈকে পাহৰিব পৰা নাছিল। তেওঁ প্ৰায়েই তেওঁৰ পত্নীক কৈছিল "মনত আছে নে ভগৱতী দেউতাই কি অভিশাপ দিছিল"। ধৰণীধৰৰ করুণ হাঁহিৰ ৰেপ ভগৱতীৰ কলিজালৈকে সোমাই গৈছিল সেইদিনা।

"আপুনি যে কি কথাবোৰ কয়। কোনোবা বাপেকে নিজৰ পুতেককনো অভিশাপ দিব পাৰেনে? দেউতাই এনেয়েই খঙতে কৈছিল। আপুনিনো তাকে ধৰি থাকিব লাগেনে?" যদিও তেওঁ সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল, তেওঁৰ তেতিয়া এনেকুৱাও লাগিছিল যেন ঘৰৰ কোনোবা এটা চুকত লুকাই থকা নিয়তিয়ে যেন পৰিহাস কৰি কৈছিল "এয়া জানো প্ৰতিশোধ পূৰ হৈছে।"

গিৰিয়েকৰ আকস্মিক মৃত্যুয়ে কেইদিনমানৰ ভিতৰতে ভগৱতীক বুঢ়ী কৰি পেলালে। জীৱনৰ যেন এক মহত্বপূৰ্ণ অধ্যায় নিজৰ চকুৰ আগতেই ৰঙীন কথাছবিৰ দৰে সমাপ্ত হৈ গ'ল। জীৱনৰ এটা ক্ষণো যাৰ অবিহনে সাৰ্থক নহৈছিল, যাৰ লগত জীৱনৰ প্ৰত্যেক দুখ সুখৰ ভাগ লৈছিল, যাৰ ওচৰত একপ্ৰকাৰ নিজৰ অস্তিত্বই পাহৰি পেলাইছিল, তেৰেঁই আজি হৃদয়হীন নিৰ্ম্মমভাৱে একো নোকোৱাকৈয়ে একো নজনোৱাকৈয়েই জীৱনৰ শূন্য আকাশত অকলশৰীয়া তৰাৰ দৰেই এৰি লৈ গুচি গ'ল বহুত দূৰলৈ। দাম্পত্য জীৱনৰ কলহৰ প্ৰতিটো ক্ষণ মৃত্যুয়ে কিমান নিৰ্ম্মম, তীক্ষ্ণ কৰি তুলিছিল তাক ভগৱতীয়েহে উপলব্ধি কৰিব পাৰিছিল। প্ৰত্যেক ক্ষণতে তেওঁক এবাৰ কথাই বাৰে বাৰে আমনি

কৰিবলৈ ধৰিলে। তেওঁ প্ৰায়েই গিৰিয়েকক কৈছিল "এতিয়া। মই আছোঁ নহয়, মোৰ মূল্য কি বুজিব" ?

"ঠিক আছে, বহুত হৈছে, বহুত সহিলোঁ। আৰু নসহোঁ, চাবাচোন আগতে কোন যায়! চাই থাকিবা এদিন তৎক্ষণাত এনেকৈ গুচি যাম যে তুমি গোটেই জীৱন কান্দিব লাগিব।"

গিৰিয়েকৰ এইবোৰ কথা বাৰে বাৰে তাইৰ মনলৈ আহিল। শেষত তেওঁৰ কথাই ৰজিল। তেওঁ চাই থাকোঁতেই অকস্মাতে গুচি গ'ল আৰু এবাৰ কথাওতো সুধিবলৈ নাপালে ভগৱতীয়ে!

লাহে লাহে এমাহ পাৰ হৈ গল। এই এমাহৰ ভিতৰতেই ভগৱতীয়ে গিৰীয়েকৰ মৃত্যুক এক অনিবাৰ্য্য অভিজ্ঞতা বুলি মানি লবলৈ বাধ্য হ'ল। মাকৰ ঘৰ বুলিবলৈ তেওঁৰ একমাত্ৰ ভায়েকহে আছে, সিও সৰু চাকৰি কৰি কোনো মতে নিজৰ সংসাৰ চলাই নিছিল। এই ভব্য ঘৰত অকলে থকা ভগৱতীৰ পক্ষে অসম্ভৱ হৈ পৰিল। ভায়েকক গিৰিয়েকৰ সকলো কাগজ-পত্ৰ দেখুৱাই ভগৱতীয়ে অন্তিম নিৰ্ণয় কৰি ললে। গিৰিয়েকৰ ধাৰ মৰা বা আধৰুৱা কাম সম্পূৰ্ণ কৰা পত্নীৰ প্ৰধান কৰ্ত্তব্য। ঘৰ নেবেচাকৈ তেওঁ ধাৰ মাৰিবও নোৱাৰে, ইফালে চম্পাৰ ফাইনেল পৰীক্ষালৈও আৰু দুমাহ আছে। এইবোৰ ভাবি চিন্তি ভায়েকৰ সহায়ত অন্তৰ কঠোৰ কৰি ঘৰ দুৱাৰ, মটৰ আদি বেচি তেওঁ সকলো ধাৰ মাৰিবলৈ ধৰিলে। এতিয়া ঐশ্বৰ্য্য-বৈভৱৰ মাত্ৰ স্মৃতিহে বাকী থাকি গ'ল তেওঁৰ মানস পটত।

ঘৰ-দুৱাৰ বেচিবৰ সময়ত তেওঁ শহুৰ পক্ষীয় কোনো আত্মীয়ৰ পৰাই কোনো পৰামৰ্শ পোৱা নাছিল। আনকি একমাত্ৰ ননদ ৰুক্মিণীকো একো কোৱা নাছিল। ভগৱতীয়ে ভায়েকৰ লগতেই বিচনা বান্ধি দুই এটা লামলাকটু লগত লৈ আলমোৰালৈ

শুচি অহাটোকে ঠিক কৰিলে। শুচি অহাৰ খবৰ পাই বৌয়েকৰ ওচৰলৈ খবৰ কৰিবলৈ অহা ৰুক্মিণীয়ে অভিমান কৰি কলে— "ঠিক আছে নবৌ, মইনো তোমাৰ ওচৰত থাকি কি কৰিম ? মইনো তোমাৰ কোন ? তোমাৰ ভাই আছে, তেৱেঁই তোমাক চাব। আমিনো কোন কুটা ?" ৰুক্মিণীৰ কথাষাৰত কষ্টা ননদৰ ব্যঙ্গবান তেওঁ অতি কষ্টৰেই সহ্য কৰিছিল সেইদিনা। এদিন এই নন্দেকেই তেওঁৰ প্ৰাণতকৈও প্ৰিয় সখি আছিল। এদিন যেতিয়া তেওঁ ন বোৱাৰী হৈ আহিছিল, তেতিয়া নিজৰ সমবয়সীয়া এই নন্দেকেই নিজৰ গাত সকলো দোষ জাপি লৈ, তেওঁ সকলো দোষ ঢাকি শাহুয়েকৰ কঠোৰ ব্যৱহাৰ আৰু কটু বাক্যবাণৰ পৰা তেওঁক ৰক্ষা কৰিছিল। দুয়ো একেলগে উঠা বহা কৰা একে শাড়ী পিন্ধা, একেলগে ঘৰৰ একোণত বহি ঘৰৰ সকলো বেয়া ভালৰ কথা পতা এই কিশোৰী ৰুক্মিণীক ভগৱতীৰ নিজৰ ভনীয়েকতকৈও ভাল লাগিছিল। যেতিয়া নন্দেকৰ বিয়া হ'ল, বিদায়ৰ সময়ত ভগৱতীয়ে যিমান কান্দিছিল, নিজৰ বিদায়ৰ সময়তো ছাগৈ সিমান কন্দা নাছিল তেওঁ। কিন্তু লাহে লাহে দুয়োৰে অবিচ্ছিন্ন প্ৰেম তেওঁৰ নিজৰ সন্তানেই অবিশ্বাসৰে চিডি ভাঙি পেলাইছিল। চম্পাতো সৰুৰে পৰাই শান্ত স্বভাৱৰ আছিল। কিন্তু জুহিয়ে কথাৰ লাগবান্ধ নথকা পেহিয়েকক বাৰে বাৰে আহি এমাহ দুমাহ থকা একেবাৰে সহ্য কৰিব পৰা নাছিল। ৰুক্মিণী সৰুৰে পৰা পাহাৰতেই ডাঙৰ দীঘল হৈছিল, সেই কাৰণেই জুহিৰ অত্যাধুনিক বেশভূষা, লৰাৰ দৰে চুটিকৈ কটা চুলি আদিয়ে নিজৰ অভাৱগ্ৰস্ত কৈশোৰলৈ মনত পেলাই দিছিল। সেইকাৰণে এইবোৰ দেখি সহ্য কৰিব নোৱাৰি ৰুক্মিণীয়ে কৈছিল— "এইবোৰনো কি যোগিনীৰ দৰে বেশ ধৰি ফুৰিছ জুহি, যোগিনীয়েহে লুঙ্গি ৰুদ্ৰাক্ষৰ মালা পিন্ধি শ্মশানত ঘূৰি ফুৰে। তইনো পাগলীৰ দৰে মেখেলা পিন্ধি কি কৰিছ ? বুকুখনতো অকণমান আচলৰে ঢাকি ৰাখিব পাৰ !"

বাচ। জুহি কোব খোৱা সাপৰ দৰে মাকৰ ওচৰত কোঁচ ফুঁচাবলৈ ধৰিলে— "এই ৰুক্মিণী পেহিজনীক ইয়ালৈ কোনে মাতিছে? সদাই আহিব আৰু যাবৰ সময়ত ডেডিৰ চুটবোৰ সক কৰি নিজৰ গিৰিয়েকলৈ লৈ যাব। ইফালে ওস্তাদি কৰিবহি আকৌ আমাৰ ওপৰত। কৈ দিবা পেহীক, নিজৰ জীয়েকহঁতক চাওক আমাৰ চিন্তা কৰিব নালাগে"।

প্ৰত্যেক স্ত্ৰীৰে নিজৰ সন্তানেই একমাত্ৰ দুৰ্ব্বলতা, লাগিলে নিজৰ নিজৰ সন্তান যিয়েই নহওক বা সিহঁতৰ যিমান দোষেই নাথাকক। যিমানেই বিদুষী হওক বা মূৰ্খ হওক নিজৰ সন্তানক কেতিয়াও অবিশ্বাস কৰিব নোৱাৰে। ভগৱতীৰ ক্ষেত্ৰতো সেয়েই হ'ল। জুহিৰ এষাৰ কথাই ইমান বছৰৰ মৰম স্নেহৰ বন্ধুসমা নন্দেকৰ মৰম বৰফৰ দৰে নিমিষতেই গলাই পেলালে। তেতিয়াৰ পৰাই ননদ-বৌৱেকে অহাযোৱা কৰিলেও নবৌৱেক আৰু নন্দেকৰ ভিতৰৰ সমন্ধ শিষ্টতাৰ পৰ্য্যায়তেই থাকি গ'ল। দুয়ো কথা-বতৰা পাতোঁতেও সাৱধান হ'ল যাতে নকবলগীয়া বা অনাৱশ্যক কথা কৈ নেপেলায় আৰু এনেদৰেই কৃত্ৰিম হাঁহি ধেমালিৰে থকা কেইদিন পাৰ কৰি দিয়া হ'ল। ভায়েকৰ লগত গুপ্ত মন্ত্ৰণা কৰি ভগৱতী এদিন ভায়েকৰ লগতেই লক্ষ্ণৌ এৰি আলমোৰালৈ গুচি আহিছিল। চম্পা হোষ্টেললৈ গুচি গ'ল।

"পৰীক্ষা শেষ হলেই চম্পাই ক'ৰবাত নহয় ক'ৰবাত চাকৰি পাবই। তেতিয়া চম্পাৰ লগতেই মই গুচি যাম বুলি ভাবিছোঁ ৰুক্মিণী।" ভগৱতীয়ে কলে।

তেওঁৰ কথাৰ শেষত ৰুক্মিণীয়ে ওঁঠ বেঁকা কৰি যিটো ব্যঙ্গ হাঁহি মাৰিলে তাত নোকোৱাকৈয়েই সকলো কথা কৈ পেলালে।

ভগৱতী পাহাৰলৈ আহি নিজৰ ৰাজসিক অট্টালিকাৰ তুলনাত

মাকৰ চিৰ পৰিচিত জীৰ্ণ শীৰ্ণ ঘৰটো বহুত দিনৰ মূৰত লগ পোৱা কোনোবা দৰিদ্ৰা আত্মীয়া যেনহে অনুভৱ হ'ল। শিলৰ যিখন ওখোৱা মোখোৱা চোতালত এঠেঙীয়া খেলি গোটেই ঘৰৰ ক্ষেত্ৰফল জুখিছিল, যিখন দুৱাৰৰ সন্মুখত ঠিয় হৈ কিমান যে বিয়াৰ যাত্ৰী পাৰ হৈ যোৱা চাইছিল আৰু কিমান শ্মশানযাত্ৰী পাৰ হৈ যোৱা দেখিছিল, সেই ঘৰৰে চোতালত এঙাৰেৰে ঘৰ কাটি এম, আই, ইয়েচ খেলি কিমান যে লৰালিৰ ধেমালি কৰিছিল, সেই সকলোবোৰ একেই আছে। মাথো লাহে লাহে হাবি-বননিয়ে ঘৰটো ঢাকি আনি ঘৰৰ পৰিধি সৰু কৰি পেলাইছে। যি ঘৰৰ মজিয়া গচকি তেওঁ এদিন গুচি গৈছিল অন্য এঘৰলৈ, সেই ঘৰেই আজি এক বেমাৰী দাড়ি চুলি মুখুৰোৱা ৰুগ্ন বুঢ়াৰ দৰেই অসহায় বাৎসল্য বিগলিত দৃষ্টিৰে তেওঁলৈ যেন চাই আছে। যি জোপা কাগজ ফুলৰ গছৰ তলত বহি তেওঁ হাত ভৰাই বিয়াৰ ৰঙীন চুৰী পিন্ধিছিল, সেই জোপা গছেই আজি বজ্ৰপাত পৰি এফাল দগ্ধ হৈ পৰিছে। কিন্তু, তথাপিও ভগৱতী মাকৰ ঘৰৰ সেই অভিশপ্ত পৰিবেশতো গছজোপাৰ আকৌ নতুন শাখা প্ৰশাখা-ওলাবলৈ আৰম্ভ কৰিছে। বহুত দিনৰ আগতে এদিন যেতিয়া ঘৰত চূণ-তেল লগাইছিল, কিশোৰী ভগৱতীয়ে মিস্ত্ৰিক মিনতি কৰি চিড়ি বগাই ঘৰৰ ওপৰত দুৱাৰৰ সন্মুখত এফাকি প্ৰিয় কবিতা লিখি লৈ আহিছিল—

"দিৱস কা অৱসান সমীপ থা।
গগন থা কুছ লুহিত 'হ' চলা"।
"ৰাতিৰ অৱশান নিচেই ওচৰত
সেয়ে গগন হেঙুলী ৰহনেৰে উদ্‌ভাসিত হৈ পৰিল"

ইমান বছৰৰ পাছতো পাহাৰী ক'লা চিঁয়াহিৰে লিখা সেই ক'লা আখৰকেইটা যেনেকৈ লিখিছিল, তেনেকৈয়েই আছে আৰু এই মনৰ কোণত পৰি থকা সৰু সৰু সৌৰৱণীয়ে তেওঁৰ বৈধব্যৰ করুণ ক্ষণত যেন সান্ত্বনা দিবলৈ অহা আত্মীয়ৰ দৰেই ঘেৰি ধৰিছিলহি।

ৰুক্মিণী সেইদিনা খং কৰিয়েই গুচি আহিছিল নবৌয়েকৰ ওচৰৰ পৰা। কিন্তু নবৌয়েক পাহাৰলৈ অহাৰ খবৰ পোৱাৰ লগে লগে খবৰ লবলৈ লবি গ'ল। ননদ আৰু নবৌয়েকৰ স্বভাৱত এয়েই পাৰ্থক্য। বৌয়েকে এবাৰ গৰম গাখীৰ খাই ওঁঠ পুৰিলে গৰম নহলেও সকলো বস্তু ফুৱাই খায়। আৰু নন্দেক? এদিন ওঁঠ পোৰাৰ কথা পাহৰি গৰম গাখীৰ দেখিও ফুৱাই খাবলৈ পাহৰি অবোধ শিশুৰ দৰে গৰম গাখীৰত পুনৰ ওঁঠ ডুবাই দিয়ে।

নবৌয়েকৰ ঘৰৰ অৱস্থা দেখি ৰুক্মিণী ক্ষন্তেকৰ বাবে থমকি ৰ'ল। ককায়েক জীৱিত অৱস্থাত যি নবৌয়েক ৰাজৰাণীৰ দৰে আছিল, আজি সেই নবৌয়েকেই পথৰ ভিক্ষাৰীৰ দৰে ধুলি-মাকতিৰে ভৰা মজিয়াত এখন তিক্ষণী দলিছাত নিঃসাৰ হৈ পৰি আছে। কোঠালীটো ছাগে কিমান দিন সৰা হোৱা নাছিল ঠিক নাই। মজিয়াত সৰু সৰু লৰা-ছোৱালীয়ে পেলোৱা ফটা কাগজ, কাগজৰ নাও আদিৰে পৰিবেশতো অত্যন্ত দুৰ্গন্ধময় হৈ পৰিছিল আৰু এটা চুকত পাহাৰী শকত উলৰে বোৱা এটা মতা মানুহৰ ভীমকায় চুৰেটাৰ ডিঙি গুথিবলৈ এনেকৈ পেলাই থোৱা আছে যে অলক্ষিতে কোনোবা তাতে বহি পৰিলে সেই শলা কেইডালত শৰশয্যাৰ অভিজ্ঞতা অনুভৱ কৰিব পাৰিব। এখন ডাঙৰ থালত ছাগে ঘৰৰ সকলো লৰা-ছোৱালীয়ে একেলগে ভাত খাই এৰি গৈছে। তাতে এজনী বেমাৰী কুকুৰে এৰেহা খাই আনন্দ লভিছে। কোঠালীৰ পৰা ওলাই অহা এক অনামী দুৰ্গন্ধই ৰুক্মিণীক যেন বলেৰে ঠেলা মাৰি চৈতন্য ঘূৰাই আনি দিলে।

নবৌ বুলি তাই অতি কোমল সুৰেৰে মতাত ভগৱতী চক খাই ধৰ-মৰকৈ উঠি বহিল। ৰুক্মিণীৰ এই অপ্ৰত্যাশিত আগমনৰ কাৰণে ভগৱতী একেবাৰেই প্ৰস্তুত নাছিল। তেওঁৰ মুখৰা নন্দেকক জানো তেওঁ এই ফটা দলিছাত বহিবলৈ নিজ মুখে কব পাৰিব?

ৰুক্মিণীয়ে সৰুকৈ কলে— "ছিঃ ছিঃ, নবৌ তোমাৰ ভাই

বোৱাৰীয়ে ঘৰ-দুৱাৰ নাসাবে নেকি ?” তাই সকৰ্কে কলে যদিও ভগৱতীৰ বোৱাৰীয়েকে ইটো কোঠালীৰ পৰা সকলো শুনি থাকি ৰুক্মিণীক কথাৰ বাণেৰে সৰকা কৰিবলৈ এক মিনিটো পলম নকৰি কৰবলৈ ধৰিলে “তোমাৰ ককায়েৰাইনো কিমান দৌলত এৰি গৈছে তোমাৰ নবৌয়েৰাক চাকৰ-বাকৰ দি মখমলি গালিছাত বহুৱাই ৰাখিবলৈ ৰুক্মিণী ! আমাৰ অৱস্থাতো তুমি নজনা নহয় । মাত্ৰ তিনিশ টকাহে দৰমহা পায় এখেতৰ ভায়েকে । তুমিয়েই কোৱাচোন নাগুঠে কোনফালে অঙ্গ ধাকিব ।” কথাষাৰে যেন ৰুক্মিণীৰ দুগালত দুটা জোতাৰ কোবহে মাৰিলে ।

ৰুক্মিণী সেইদিনা ভগৱতীৰ গুচৰলৈ এক মহত্বপূৰ্ণ সংবাদ লৈয়েই লৰি গৈছিল । ভগৱতীৰ বোৱাৰীয়েক সোমাই যোৱাৰ লগে লগেই তাই সেই দিনা মধুকৰৰ পৰা পোৱা চিঠিৰ বিষয়ে ফুঁচ ফুঁচাই সকলো কবলৈ ধৰিলে । মধুকৰে চম্পাৰ অভদ্ৰ আচৰণৰ বাহিৰে বাকী সকলো পচন্দ কৰিছে আৰু মধুকৰৰ পচন্দৰ ওপৰত মাক-বাপেকে একো হস্তক্ষেপ কৰিব নোৱাৰে । ইফালে মধুকৰৰ বয়সো বাঢ়ি গৈছে আৰু কোনো ছোৱালীও পচন্দ হোৱা নাই তাৰ ।

“এয়াতো তোমাৰ ভাগ্যই নবৌ ! তোমাৰ ছোৱালীক দৰা পক্ষই নিজেই আহি আঠুকাঢ়ি খুজিছেহি । কেতিয়াবা জানো আমাৰ পৰ্ব্বতীয়া সমাজত এনেকুৱা হোৱা দেখিছা ? আজিকালি লৰাৰ থিহে পাখি গজিছে, যিজনেই বিদেশলৈ যায়, তাৰ পৰাই এজনী বিদেশী তিৰোতা লৈ আহে আৰু যিকেইজন ইয়াত ভাল ভাল চাকৰিত আছে উৰ্ব্বশী-মেনকা বিচাৰোঁতে বিচাৰোঁতে আধা চুলি পকেগৈয়েই । তথাপি মাটিত ভৰি নথয় । তুমি আজিয়েই চম্পাক চিঠি লিখি মাতি পঠোৱা । এই দাম্ভিক ছোৱালীজনীক যেনেকৈয়ে হওক বশ কৰিবই লাগিব । তাই জানো তোমাৰ ভাইৰ ঘৰৰ এই পৰিবেশত থাকিব পাৰিব ?”

পতিৰ মৃত্যুৰ পিচত ভগৱতীৰ স্বাস্থ্য একেবাৰেই ভাঙি পৰিছিল। দৈহিক পৰিশ্ৰমৰতো তেওঁৰ একেবাৰেই অভ্যাস নাছিল। ইয়াত আহি ইপিনে এলাইবাহু বোৱাৰীয়েকৰ গৃহস্থী চম্ভালিবলৈ তেওঁ ককালত টঙালী বান্ধি লবলগীয়াত পৰিল। ৰাতিপুৱা উঠিয়েই ঘৰ-দুৱাৰ সৰা-মোচা, ভতিজাকহঁতক ওমলোৱা, কাপোৰ ধোৱা আদি কামত ব্যস্ত। ইফালে পঁয়া লগা ভতিজাকৰ গগণ চুম্বী কান্দোনত ভগৱতীৰ এনেকুৱা লাগে যেন এই শিশুটোক ভগবানে একো নিদিলেও কান্দিবলৈ অসীম শক্তি দিহে এই পৃথিৱীলৈ পঠাইছে। বোৱাৰীয়েক সৰলাই জেশাছুৱেক অহাৰ পৰা সস্তীয়া উপন্যাস পঢ়িবলৈ অফুৰন্ত সময় পোৱা হ'ল। আধা ডৰ্জন সস্তীয়া উপন্যাস লৈ তেওঁ এবাৰ লেপৰ তলত সোমালে হাজাৰ লৰা-ছোৱালীয়ে কন্দাকটা কৰক সহিষ্ণু মাতৃৰ সেইফালে অকণো ভ্ৰুক্ষেপ নাই।

অত্যন্ত সহিষ্ণু হলেও ভগৱতীৰ কেতিয়াবা সৰলাৰ ওপৰত ভীষণ খং উঠে। কিন্তু পিচ মুহূৰ্ত্ততে নিজৰ দুৰ্ভাগ্যৰ ওচৰত তেওঁ পৰাভূত হৈ পৰে। পতিৰ অন্তিম সময়ত দেখুৱা উদাসীনতাৰ বাবেই বোধহয় নিষ্ঠুৰ বিধতাই তেওঁক অনুতাপৰ জুইত দগ্ধ কৰি আনিছিল। ধৰণীধৰৰ চাচপেনচনৰ দিনৰ পৰাই ভগৱতীৰ দাম্পত্য জীৱনত যেন এক গভীৰ ফাট মেলিলি। তেওঁৰ প্ৰৌঢ় জীৱনৰ ধূসৰ গধূলিক গিৰিয়েকৰ অপৰাধে আৰু ম্লান কৰি তুলিছিল। ধৰণীধৰে নিজৰ নিৰ্দোষিতাৰ কিমান দলীল প্ৰস্তুত কৰিলেও তেওঁ নিঃসাৰ কাঠৰ দৰেই পৰি ৰৈছিল। নিৰ্দ্দোষ পতিক যে কোনেও দোষী কৰি কাঠগড়ালৈ টানি নিব নোৱাৰে সেয়া তেওঁ জানিছিল। নিশ্চয় দোষ তেওঁৰ গিৰিয়েকৰেই আছিল। মফচলৰ পৰা ঘুৰি অহা গিৰিয়েকে ঘৰ ভৰ্ত্তি সামগ্ৰী আৰু সকলোলৈকে নৱ নতুন উপহাৰ অনা, দিনৌ মানুহক খাবলৈ নিমন্ত্ৰণ কৰা, চৰকাৰী গাড়ীৰে পাঁচ-ছশ

মাইল দূৰ বিলাসপ্ৰিয় ঠাইত ফুৰিবলৈ নিয়া ভগৱতীয়ে কেতিয়াও সহ্য কৰিব বা ক্ষমা কৰিব নোৱাৰিছিল। বহুতবাৰ তেওঁ তেওঁৰ বিলাসপ্ৰিয় পতিক বুজাবলৈ চেষ্টা কৰিছিল। পিছে তেওঁ একাণে শুনি একাণে উলিয়াই দিছিল। চৰকাৰী চাপৰাচি অৰ্দ্দালী আদিৰ পৰা ভগৱতী সদাই দূৰে দূৰে আছিল। কিন্তু ধৰণীধৰে আধা ডজন চাপৰাচি নহলে ক্ষন্তেকো চলিব নোৱাৰিছিল। কোনোবাই গাড়ী মচিছে, কোনোবাই কাপোৰ ইস্ত্ৰি কৰিছে, কোনোবাই জোতা চাফা কৰিছে। কিন্তু যেতিয়া ৰিজিলেঞ্চ নামৰ দুষ্ট গ্ৰহে ধৰণীধৰৰ সৌৰৱণীত ফেঁটীসাপৰ দৰে ফেঁট তুলি ধৰিলে, তেতিয়াই এই শিষ্ট নম্ৰ অৰ্দ্দালীয়েই ধৰণীধৰৰ বিৰুদ্ধে সাক্ষী দিবলৈ আগবাঢ়ি আহিল। চাহাবে ঘৰৰ কাম কৰায়, মেমচাহাবে চৌবিশ ঘণ্টা বজাৰ কৰিবলৈ দৌৰায়। অকল সেয়াই নহয়, লগ্ বুক লগত লৈ স্বয়ং তেওঁৰ চৰকাৰী ড্ৰাইভাৰেই চিত্ৰগুপ্ত হৈ তেওঁৰ সকলো গতি-বিধিৰ সাক্ষী দি কঠোৰ শাস্তি বিহাবলৈ আগবাঢ়ি আহিল।

নিজৰ দুৰ্ভাগ্যৰ সেই কঠিন ক্ষণত যেতিয়া মানসিক শ্ৰান্ত ক্লান্ত ধৰণীধৰে শান্তি বিচাৰি নিজৰ পত্নীৰ বাহুৰ অৱলম্বন বিচাৰি ক্ষীণ আহত কণ্ঠেৰে পত্নীৰ এষাৰ মধুৰ মাতৰ বাবে ব্যাকুল হৈ পৰিছিল, ঠিক তেতিয়াই জানিশুনিও চকু মুদি টোপনিৰ অভিনয় কৰি পৰি ৰৈছিল ভগৱতী। কেতিয়াবা দুঃসাহ কৰি পত্নীক কাষলৈ টানিবলৈ যদিও তেওঁ চেষ্টা চলাইছিল, ভগৱতীয়ে তেতিয়া দপদপাই উঠিছিল— "লাজ লগা নাই নে আপোনাৰ এই বয়সতো এনেকুৱা চথ কৰিবলৈ ? এনেকুৱা মানসিক অৱস্থাতোনো আপোনাৰ এই চথ কেনেকৈ মনলৈ আহিল ক'ব নোৱাৰোঁ। আজিৰ পেপাৰ পঢ়া নাই কেনেকৈ নাওঠ কৰি পেলাইছে সঁচামিচা কথাৰে"।

তাৰ পিছত তেওঁৰ বুকুত শোকে খুন্দা মাৰি ধৰিছিল। ধৰণীধৰে মুখ ঘূৰাই হুমুনিয়াহ কাঢ়ি শুই পৰিছিল। তেতিয়া ভগৱতীৰ এনেকুৱা লাগিছিল যেন সিঁহিয়েকে দুই বলিষ্ঠ বাহুৰে

তেওঁক সাৱটি লওঁক। পুৰুষে অৱসাদক্লান্ত, কঠিন ক্ষণতো যে স্ত্ৰীৰ সঙ্গ-কামনা কৰি ব্যাকুল হৈ পৰে সেয়া ভগৱতীয়ে নজনা নহয়। অবোধ শিশুৰ ভোকৰ নিচিনাকৈয়েই পুৰুষৰো যে শৰীৰৰ ক্ষুধা সময় অসময় নামানি উগ্ৰ হৈ উঠে, সেয়া ভগৱতীয়ে সুদীৰ্ঘ বৈবাহিক জীৱনৰ পৰাই অনুভৱ কৰিব পাৰিছিল। তথাপিও তেওঁ কঠোৰ হৈ পৰিছিল।

"মই যেতিয়া নাথাকিম ভগৱতী, তুমি মোৰ এই প্ৰেম নিমন্ত্ৰণৰ কাৰণে ব্যাকুল হৈ কান্দিবা।" পতিৰ সেই করুণ কণ্ঠস্বৰ আজিও বৈ বৈ ভগৱতীৰ কাণত বাজি আছিল। তেওঁৰ এনেকুৱা লাগিছিল যেন কোনোবা এক শূন্য কক্ষৰ পৰা তেওঁৰ এই দুৰৱস্থা দেখি তেওঁৰ স্বামীৰ আহত চকুপানীবে উপচি উঠিছে। বহুত বেলি তেওঁ খিৰিকিৰ ৰেলিঙত ধৰি ঠিয় দি থাকিল।

বনৰীয়া এক দীঘল লতাই কোনো এক চঞ্চল বালিকাৰ দৰে খিৰিকিৰ ৰেলিঙত পাক খাই ওপৰলৈ উঠি আহিছিল। তাৰেই সুমধুৰ কেঁচা গোন্ধত তেওঁৰ চকু মুদ খাই আহিল। কৈশোৰৰ সেই পৰিচিত সুগন্ধিয়ে তেওঁক বহুত বেলি খিৰিকিৰ ওচৰত আবদ্ধ কৰি ৰাখিলে। এই খিৰিকিৰ কাষত বহিয়েই তেওঁ শাস্ত্ৰীজীৰ পৰা সংস্কৃত পঢ়িবলৈ শিকিছিল। বাল্মীকি-ৰামায়ণৰ চাৰিটা অধ্যায়ৰ তৃতীয় অধ্যায় বুজোৱাকৈয়েই যেতিয়া শাস্ত্ৰীয়ে চতুৰ্থ অধ্যায় বুজাবলৈ আৰম্ভ কৰিছিল, অবোধ কিশোৰী ভগৱতীয়ে কৈ উঠিছিল— "চাৰ আপুনি দেখোন এইটো অধ্যায়ৰ অৰ্থ নুবুজালেই"! "বৰ দুষ্ট হৈ গৈছা তুমি, যি বুজাইছোঁ তাকেই চাই যোৱা" বুলি কোৱা শাস্ত্ৰীৰ কথাত তেওঁ খঙ খাই উঠিছিল।

আজি সেই অধ্যায়কেই ভগৱতীয়ে অজানিতে এই কুঞ্জলতাৰ সুবাসত আকৌ মনত পেলাবলৈ চেষ্টা কৰিলে।

"জাতা বনান্তাঃ শিখিসুপ্ৰসূতা জাতাঃ কদম্বঃ সকদম্ব শাখাঃ।
জাতা বৃষা গৌষু সমানকামা জাতা মহি সম্য বনাভিৰামা ॥

"বনপ্ৰদেশ ম'ৰাৰ বিচিত্ৰ নাচত সুশোভিত হৈ পৰিছে। কদম গছ শাখা-প্ৰশাখাৰে ভৰি পৰিছে। গাইৰ প্ৰতি কাম-বাসনাত বৃষভ আসক্ত হৈ পৰিছে আৰু পৃথিৱী খেতি-পথাৰ গছলতাৰে ৰমণীয় হৈ পৰিছে।

গাইৰ প্ৰতি বৃষভ আসক্ত কথাষাৰ শুনিয়েই অবোধ কিশোৰী ভগৱতীয়ে মাষ্টৰৰ লগত তৰ্ক কৰি উঠিছিল এই খিৰিকিৰ কাষতেই। আৰু আজি এই খিৰিকিৰেই ভঙা কাঠৰ ৰেলিঙ তেওঁৰ বুঢ়া মানুহৰ দাঁতৰ দৰে লাগিছিল। ৰাস্তাৰ লেমপ'ষ্টৰ পোহৰে গোটেই কোঠা আলোকময় কৰি তুলিছিল। তাতে বহি ভগৱতীয়ে তাৰ পোহৰতে বাল্মীকি-ৰামায়ণ পঢ়িবলৈ চেষ্টা কৰিছিল। কোঠাত লাইট জ্বলাই পঢ়িবলৈ ভগৱতীয়ে সাহ কৰা নাছিল, কাৰণ কেইবাবাৰো সৰলাই তেওঁক শুনাই কৈছিল,—' 'জানো আজিকালি কিয় ইমান লাইটৰ বিল বাঢ়ি গৈছে! আগেয়েতো কেতিয়াও ইমান হোৱা নাছিল।"

"মইতো আঠ বজাতেই লাইট সুমুৱাই দিওঁ" বুলি ভগৱতীয়ে কৈছিল যদিও সৰলাই ভোৰভোৰায়েই আছিল। আৰু সেইদিনাই ভগৱতীয়ে চকুপানী মচি মচি জীয়েকলৈ লিখিছিল :

"তই যেতিয়া বিয়াৰ প্ৰস্তাৱ শুনি খঙত উচপিচাই উঠিছিলি, তেতিয়াৰ কথা বেলেগ আছিল। তেতিয়া তোৰ দেউতাৰ জীৱিত আছিল। আৰু আজি! আজি তেওঁৰ ছত্ৰছায়া আৰু তোৰ মূৰৰ ওপৰত নাই। তাতে যদি জুহিৰ কলঙ্ক লোকে এবাৰো জানে আমাৰ গোটেই পৰিয়ালটোৱেই তাৰ কাৰণে ভুগিব লাগিব। আমাৰ পাহাৰী সমাজৰ মনোবৃত্তি তই এতিয়াও ভালকৈ নাজান। মই তোক হাত যোৰ কৰিছোঁ চম্পা, আমাৰ সন্মুখত যি পৰিস্থিতি আহি পৰিছে, তই কিবা এটা কৰাৰ আগতে ভালকৈ ভাবি গুণি চাবি। এয়া তোৰ মাৰৰ তোৰ ওচৰত মিনতি। মাৰৰ কথা ৰাখিবি।"

বহুত দিন চিঠিৰ উত্তৰ অহা নাছিল। কিন্তু এদিন ফাইনেল

পৰীক্ষা শেষ কৰি চম্পা নিজেই আহি ওলালহি। মাকৰ ৰুগ্ন চেহেৰা দেখিয়েই বোধহয় তাই তৎক্ষণাত নিজৰ সিদ্ধান্ত ঠিক কৰি পেলালে। ৰাতি মাকৰ ওচৰত শুই পৰাত মাকে শুকান হাতেৰে তাইৰ মূৰত হাত বুলাই সুধিলে, "তই কি ঠিক কৰিলি সোণজনী? চিঠিৰ উত্তৰো দেখোন নিদিলি?"

পাঁচ মিনিটমান তাই মনে মনে থাকিল। একেবাৰে ওচৰতে শুই থাকিও যেন দুয়ো মাক-জীয়েক পানীত উপঙি থকা দুটা মৰাশহে দূৰলৈ ওপঙি গৈ আছে। তাৰ পাছত তাই করুণ সুৰেৰে মাকক কলে— "ঠিক আছে মা তুমি সন্মতি দি দিয়া"।

কিন্তু কি বিচিত্র স্বীকৃতি আছিল সেয়া! এনেকুৱা লাগিছিল যেন নিষ্ঠুৰ নিয়তিয়ে সেই দুৰ্ব্বল ভাবুক ছোৱালীজনীৰ কলিজাত বন্দুকহে চলালে। বসন্ত পঞ্চমীৰ দিনা মধুকৰৰ মোমায়েকৰ পুতেক, দদায়েকৰ পুতেক ভায়েক, চম্পাৰ হবলগীয়া দেওৰেকহঁতে পাহাৰৰ নিয়ম অনুসৰি তিনি চাৰিখন ডাঙৰ থালত মিঠাই, গহনা, কাপোৰ আদি লৈ টিকাৰ সকলো পক্কা কৰি গ'লহি। এই সকলোবোৰ ব্যৱস্থা পেহিয়েক ৰুক্মিণীয়েই কৰিছিল। চম্পাৰ মামীয়েকৰ ওপৰত আৰ্থিক ভাৰ একেবাৰেই পৰিবলৈ দিয়া নাছিল। ওৰণিৰে ঢকা লাজুকী চম্পাৰ মুখ পেহিয়েকেই অকমান ওৰণি গুচাই দাঙি দেখুৱাইছিল চম্পাৰ কিশোৰ দেওৰেকহঁতক। চম্পাৰ অসামান্য ৰূপ-লাৱণ্য দেখি দেওৰেকহঁত ঠৰ হৈ পৰিছিল অলপ সময়। সেই তন্ময়তা হাঁহিৰ ফুলজাৰিৰে ভাঙিলে ৰুক্মিণীয়ে: "কি হ'ল? সুন্দৰী বৌয়েৰাক দেখি হবলা নিজৰেই বিয়া কৰাবৰ মন গৈছে? দিয়া লৰালৰিকৈ টিকা পিন্ধোৱা। নহলে আচল সময় পাৰ হৈয়েই যাব।" গাওঁৰ কিশোৰীহঁতৰ উজ্জ্বল হাঁহিত বেচেৰাৰ হাঁত কঁপি উঠিছিল। গোলা সেন্দুৰৰ দীঘলীয়া ৰেখা আঁকিবলৈ লৰালৰি কৰাত সেন্দুৰ আহি চম্পাৰ নাকত বৈ পৰিছিলহি।

"নাকত সেন্দুৰ পৰা খুউব ভাল লক্ষণ চম্পা। তোৰ গিৰিয়েৰে

তোক খুউব মৰম কৰিব।” ৰুক্মিণীয়ে নিজে হাঁহি সকলোকে হঁহোৱাই দিলে।

চম্পাৰ কোমল পল্লৱ বৰণৰ শ্যামল কপাল নিমিষতে সেন্দূৰেৰে ৰাঙলি হৈ পৰিল। মামাকৰ পূজা-ঘৰৰ সক তুল এখনত বহোৱাই ধূপ-ধূনা দি লৌকিক আচাৰ-বিচাৰ আদি কৰাৰ সময়ত তাইক দেৱীদেৱী যেন লগা হৈ পৰিছিল। লাজকুৰীয়া দেওৰেকে দেৱীদেৱী লগা সেই সুন্দৰী ভাবী নবৌয়েকৰ ফটোও এখন লৈ পেলালে। পিচদিনা চম্পাৰ ভাবী শাহুয়েক আহি এটা আঙঠিও পিন্ধাই গ'লহি তাইক। একেবাৰে মেমৰ নিচিনা ৰঙা বগা সুন্দৰ, পাটৰ শাৰী পৰিহিতা সুন্দৰী শাহুয়েকক দেখিয়েই চম্পাৰ ভাল লাগি গ'ল। শাহুয়েকে তাইক মৰম কৰি কবলৈ ধৰিলে “মোৰ একমাত্ৰ সন্তান আইজনী”—বুলি তেওঁৰ কণ্ঠ করুণ বাষ্পায়িত হৈ উঠিল: “তাকো শত পূজা-পাতল কৰি, নানান ব্ৰত আদি কৰি এটা ভৰিৰ ওপৰত ঠিয় হৈ জ্বলন্ত বন্তি হাতত লৈ পূজা কৰোঁতেহে গৰ্ভধাৰণ কৰিছিলোঁ। দেৱদত্ত বালক সোণজনী, বৰ যত্নেৰে পালন পোষণ কৰিবা। পূজাৰীয়ে যেনেকৈ কৈছিল তাক মই তেনেকৈয়েই ডাঙৰ-দীঘল কৰিছিলোঁ। যেতিয়া সি বুকুৰ গাখীৰ এৰিলে কোনো গোটা বস্তুকেই সি হজম কৰিব নোৱাৰিছিল, কি আলু, কি পালেং। কেৱল গাখীৰত ময়ন দিনা কটিৰ বাহিৰে একোৱেই নুসুজিছিল তাক। ঘৰৰ গৰুৰ ঘিঁউৰে মালিচ কৰিছিলোঁ তাক। দেখিছাই নহয় কেনেকুৱা কাৰ্ত্তিকৰ নিচিনা চেহেৰা। মোৰ খুউব ইচ্ছা আছিল এজনী সুন্দৰী লক্ষ্মী বোৱাৰী আনিবলৈ, সেয়া আজি ভগবানে শুনিলে।”

“কি? বাইদেউ কোৱা নাছিলোঁ মোৰ ভতিজী আচল মুকুতা।” ৰুক্মিণীয়ে মিছা কোৱা নাছিল। চম্পাৰ লাৱণ্য সঁচাই মুকুতাৰ দৰেই কোমল আৰু উজ্জ্বল। পবিত্ৰক্ষণত পবিত্ৰতাৰ কাৰণে আৰু লাৱণ্যময়ী হৈ উঠিছিল চম্পাৰ সৌন্দৰ্য্য। যাক তাই

এবাবো ভালকৈ দেখা নাই, যি ব্যক্তি একো খবৰ-বাতৰি নিদিয়াকৈ আহি ঘৰত উপস্থিত হবহি পাৰে সেই ব্যক্তিক কিন্তু চম্পাই আজিও ক্ষমা কৰিব পৰা নাছিল। কিন্তু সেই ব্যক্তিৰে আজি পৱিত্ৰ বন্ধনৰে বান্ধ খাবলৈ চম্পাই এক অপূৰ্ব্ব পুলক অনুভৱ কৰিলে। তেওঁৰ মুগাৰ পাঞ্জাবী, নোকোৱা ভাষাৰে কথা কোৱা এযোৰ সুন্দৰ চকু, ওঁঠত দেৱতাৰ দৰে মৃদু হাঁহি থকা সত্বেও ভ্ৰূকুতিৰ কঠোৰ চাপ, চাদৰ কাপত চেনি মিলোৱা পোখৰাজ পিন্ধা পুৰুষোচিত সুন্দৰ আঙুলি আদিয়ে তাইক বাৰে বাৰে আমনি কৰিবলৈ ধৰিলে।

আজিলৈকে যাৰ অন্তৰ পৱিত্ৰ, নিষ্কলুষ, বিকাৰমুক্ত আছিল, আজি সেই চম্পাই বাৰে বাৰে বিচনাত বাগৰ সলাই কটাবলৈ ধৰিলে। নিয়তিয়েই তাইৰ কাৰণে এই অমোঘ বন্ধন সৃষ্টি কৰিছিল। আৰু তাই স্বয়ং এই বন্ধনত বান্ধ খাবলৈ ব্যাকুল হৈ উঠিল। পিয়ন আহিলেই তাই দৌৰ মাৰিছিল কিজানি তাইৰেই চিঠি, মধুকৰে লিখিছে। আৰু অৱশেষত এদিন চিঠি আহিছিল আঙঠি পিন্ধোৱাৰ দিনা তোলা ফটোৰ সৈতে এটা ডাঙৰ লেফাফা। তাৰে এটা ফটোৰ কপি পেহিয়েকে মধুকৰলৈও পঠাইছে। তাই ফটোখন বাৰে বাৰে চাই নিজৰ ৰূপত নিজেই মুগ্ধ হৈ পৰিছিল। পেহিয়েকে ওৰণি উঠাই সামান্যকৈ দেখুৱা মুখমণ্ডল কোনোবা চিনেমাৰ অভিনেত্ৰিতকৈয়ো মনমোহক হৈ উঠিছিল ফটোত। কপালৰ পৰা তললৈকে টনা দীঘল পুষ্পাকাৰ ৰেখা, কাজল ক'লা হৰিণী চকুৰ লাজকুৰীয়া চাৱনি, ঠিক সেই সময়তে নাকত সেন্দূৰ পৰি লাজত ৰঙা পৰি যোৱা বঙ্কিম গাল ফটোখনত হুবহু পৰিস্ফুট হৈ পৰিছে। সেইদিনা চম্পাই ফটোখন কিমানবাৰ যে নিজৰ প্ৰবাসী প্ৰেমিকৰ চকুৰে চাইছে! চিঠিত মধুকৰে বাৰে বাৰে চিঠিৰ উত্তৰ দিবলৈ কাতৰ মিনতি কৰিছে! কিন্তু নতুন পেডৰ অসংখ্য কাগজ ফালিও তাই এটা শব্দও লিখিব পৰা নাছিল মধুকৰলৈ। পিচৰ দিনাই তাই তাইৰ অধীৰ প্ৰেমিকৰ আকৌ

এখন চিঠি পালে। লিখিছে: যদি তুমি মোৰ এইখন চিঠিৰো উত্তৰ নিদিয়া মই ভাবিম যে তুমি অনিচ্ছাতহে এই বিয়াত মত দিছা।

তাই প্ৰাণান্তিক বেদনাত ছট-ফটাই উঠিল। কি ভাবিব বাৰু তাইৰ অধীৰ প্ৰেমিকে? তাই যিমান বাৰেই চিঠি লিখিবলৈ বহে প্ৰত্যেক বাৰেই তাইক অস্বাভাৱিক সংকোচে বাধা দি উঠিছিল। ঠিক তেতিয়াই মধুকৰে তাইলৈ এটা উপহাৰ পঠাইছিল। সাতটা মকুতাৰ মাজত ৰঙা সৰু পোৱাল দিয়া এটা সুন্দৰ আঙঠি। আৰু সেইটো পিন্ধাৰ লগে লগেই তাইক সকলোৱে বেঢ়ি ধৰিলেহি:

"মিচ যোশি, তোমাৰ যে এঙ্গেজমেণ্ট হৈ গ'ল আমি গম পাইছোঁ। এঙ্গেজমেণ্টৰ কথা কিন্তু তুমি এতিয়া লুকুৱাব নোৱাৰা। আমাক কিন্তু চাহ খুৱাব লাগিব।" বুলি সহকৰ্ম্মী হাউচ চাৰ্জ্জন-সকলে তাইক বেৰি ধৰিলে আৰু উপায়ান্তৰ হৈ চম্পাই ৰেষ্টুৰেণ্টত সকলোকে চাহৰ নিমন্ত্ৰণ জনালে। নিজৰ সহকৰ্ম্মীসকলৰ শুভেচ্ছা, ফুল আদি লৈ চম্পা সেইদিনা একেবাৰে ভাগৰি পৰিছিল। কিন্তু সেই ক্লান্তিতো যে কি সুখ, কি তৃপ্তি আছিল! দীঘল টেবুলখনত তাইক জোকোৱা চিঞৰ-বাখৰ আদিয়ে বগা পাগুৰি বগা কাপোৰ পৰিহিতা বেহেৰাকো আকৰ্ষণ কৰি গৈছিল।

"তোমাৰ ৰূপ একেবাৰেই সলনি হৈ গৈছে মিচ যোশি! আজি আইনাত চাইছিলা নিজৰ মুখ?" তাইৰেই সহকৰ্ম্মী চঞ্চল ডাক্তৰ দিবাকৰে হাঁহি হাঁহি তাইৰ একেবাৰে ওচৰলৈ মুখ নি সুধিছিল। তাই কিয় বুলি কৰা শিশুসুলভ প্ৰশ্নই সকলোৰে সম্মিলিত হাঁহিত তাইৰ লাজত চকু তৰল হৈ পৰিছিল।

তাৰ পিছতেই ডাক্তৰ দিবাকৰে চঞ্চলতাৰে জোকাই সুধিলে "বাৰু মিচ যোশি, আমাৰ প্ৰতিদ্বন্দ্বীজন বাৰু মোতকৈও ৰূপবাননে য'ত তুমি ইমান কঠোৰ হৈয়ো গলি গ'লা? আমাৰ ডাক্তৰসকলৰ সদায় দুৰ্ভাগ্য যে ৰূপৱতী সুন্দৰী ডাক্তৰণীয়ে পায় কুঙ্কচ ডাক্তৰ আৰু কুঙ্কচ ডাক্তৰে ক'ৰ পৰা জানো বাচি বাচি পৰী এজনী বিচাৰি

আনে। মোৰ ভয় হৈছে তুমি ইমান ৰূপৱতী যে ক'ৰবাত ফৰমূলা সঁচা হৈ যায় বুলি"।

শান্ত, গম্ভীৰ লগৰ লৰাই এদিনো চল নোপোৱা চম্পাকো সেইদিনা এই লৰালিৰ ধেমালিয়ে চঞ্চল কৰি তুলিলে আৰু তাই নিঃসঙ্কোচে কৈ উঠিল— "এইবাৰ তোমাৰ ফৰমূলা ভুল প্ৰতিপন্ন হ'ল দিবাকৰ।"

"হি-পিপ্ হুৰে! হি-পিপ্ হুৰে! আজিতো ডাক্তৰ যোশিক দেখি এনেকুৱা লাগিছে যেন তেওঁ প্ৰেমৰ পুখুৰীত ডিঙিলৈকে বুৰি গৈছে"। দিবাকৰে নিজৰ মুখখন চম্পাৰ ইমান ওচৰলৈ নমাই আনিলে যে গহীন চম্পা ভয়ত দুখোজ পিছুৱাই গ'ল। তাইৰ এনেকুৱা লাগিল যেন এই দস্যুৰ দৰে দুঃসাহসী যুৱকজনে যদি কিবা লৰালিৰ ধেমালি কৰি উঠে! ডাক্তৰ দিবাকৰযে তাইৰ আজি পাঁচ বছৰে অনন্য উপাসক, বহুত দিনৰ পৰাইযে মনেপ্ৰাণে তাইক ভাল পাই আহিছে তাক তাই নজনা নহয়।

ডাক্তৰ দিবাকৰে অন্যমনস্কভাবে আকৌ কৈ উঠিল "এই অৱস্থাত বেচি দিন বৈ থকা ঠিক নহয় মিচ যোশি! কি ঠিক কোন দিনা মন কেতিয়া কি হৈ যায়? আমি ডাক্তৰবোৰ ৰোগীৰ শৰীৰ ফালিচিৰি মন চিকিৎসা কৰি ইমান মেকানিকেল হৈ গৈছোঁ যে আমাৰ সেয়ে ক'তো ৰুচি নাই। কেতিয়াবা যদি তুমি তৎক্ষণাত আহি পৰা, কিবা বিপদত হতাশ হৈ বাট হেৰুৱাই পেলোৱা বা জীৱন যুদ্ধত পৰাজয় হোৱা, আই চেল বি ইয়ৰ ম'ষ্ট লয়েল লেফটেন্যান্ট।"

এই ৰং-ধেমালিৰে কটোৱা সময়খিনিৰ পৰা তাই সেইদিনা বৰ অনিচ্ছাৰেহে হোষ্টেললৈ আহিছিল।

অলপ দিনৰ আগতে হোৱা পিতাকৰ মৃত্যু, জুহিৰ কলঙ্ক আদিয়ে তাইৰ মুখ সদাই মলিন কৰি ৰাখিছিল। আজি সেই চম্পাৰেই মুখৰ চেহেৰা কোনোবা চ্যান্যাটেৰিয়ামৰ পৰা ঘূৰি অহা

সু-স্বাস্থ্যৰ ৰূপৱতীৰ দৰেই মুখত ৰঙৰ লালিমা বিয়পি পৰিছিল। চম্পাৰ আয়ত করুণ চকুৰ দৃষ্টিত কোনোবা সংযমী পুৰুষকো মমৰ দৰে গলাই পেলাব পৰা শক্তি আছিল। আজিলৈকে মাকে কিমান কৈ মেলিও তাইক কাণত একো পিন্ধাব পৰা নাছিল। কিন্তু মধুকৰৰ উপহাৰ পোৱাৰ পিচ মুহূৰ্ত্ততে তাই আঙঠিৰ লগত মিল খুৱাকৈ এজোৰ মুকুতাৰ সৰু কাণৰ ফুল কৰাই আনিলে। তাইৰ কাণত পিন্ধা সৰু ফুলযোৰত থকা ৰঙা প্ৰবালৰ লালিমাই নতুনকৈ অনুৰাগেৰে ৰঞ্জিত গালত নতুন লালিমা সানি গ'ল। তাইৰ এই আনন্দ আৰু সুখৰ মুহূৰ্ত্তত বাৰে বাৰে ভনীয়েক জুহিলৈ মনত পৰিছিল। জুহিয়ে এদিন তাইক কৈছিল "বাইদেউ তুমি যে সদাই দুখ কৰি আৰু মৌন ব্ৰত ধৰি থাকা, মোৰ ভয় হয়, সদাই যদি তুমি এনেকৈ থকা, নিশ্চয় মোৰ ভাগ্যত খুলশালী হবলৈ নাই। আৰু যদি তোমাৰ দুখত মলিন চেহেৰা এনেকৈয়েই থাকে আৰু যদি সাজ-পোচাক সদাই এনেকৈ সাধাৰণ হৈ থাকে, তেতিয়াহলে মই কৈ দিলোঁ। কোনো ভোমোৰায়েই ভুলতেও কিন্তু সুগন্ধি চম্পা ফুলৰ কাষ নাচাপিব।"

ভনীয়েকৰ এইবোৰ উক্তিয়ে যদিও তাইক এদিন খং তুলিছিল আজি সেই মধুৰ সোঁৱৰণীয়ে তাইক বৈ বৈ পুলকিত কৰি তুলিছিল। মধুকৰৰ উপহাৰ পাই তাই ধন্যবাদৰ সামান্য শিষ্টতাখিনিও কৰিব পৰা নাছিল। চিঠি লিখিবলৈ লৈয়ো তাই বাৰে বাৰে নিজৰ লাজকুৰীয়া স্বভাৱৰ ওচৰত পৰাজয় মানিছিল। এনেতে ঠিক এটা নতুন বুদ্ধিয়ে তাইৰ মন উল্লাসিত কৰি তুলিলে। তাই ভাবিলে তায়োতো এটা সুন্দৰ উপহাৰ মধুকৰলৈ পঠাব পাৰে। তেতিয়া হলে চিঠি নিদিয়াকৈয়েই প্ৰতিদানতেই আভাস পাব মধুকৰে। নিজৰ সূক্ষ্ম বুদ্ধিত নিজেই পুলকিত হৈ তাই বৰ উৎসাহেৰে গান্ধী খাদী ভাণ্ডাৰৰ পৰা ঠিক সেই একেই মুগাৰ কাপোৰ কিনি আনিলে: যিটো মুগাৰ পাঞ্জাবী পিন্ধি সি এদিন তাইৰ ঘৰলৈ তাইক

চাবলৈ গৈছিল, হুবহু তেনেকুৱা। বুদ্ধিমান যদি হয় তাইৰ চিঠিৰ উত্তৰ সেই উপহাৰতেই পাব। যিজনে আজিও সেই ক্ষন্তেক দেখা পৰিধান পাহৰিব পৰা নাই, সেই পৰিধানেই মনত ৰাখি, একেই কাপোৰ উপহাৰ পঠাব পাৰে, তেওঁ জানো সেই মোহন ব্যক্তিত্বৰ প্ৰতি উদাসীন হব পাৰে ? তাই গোটেই ৰাতি বহি বহি ইমান সুন্দৰ ইমান যত্ন কৰি পাৰ্চেলটো চিলাবলৈ ললে যে সেইটো পাৰ্চেল নহয় যেন তাই তাইৰ প্ৰেমিকৰ কাৰণে ফুল তোলা চিকনৰ কুৰ্ত্তাহে চিলাইছে। উপহাৰ পঠিয়াই তাই খুউব উৎকণ্ঠাৰে পাৰ্চেলটো পোৱাৰ খবৰ পাবলৈ বাট চাই ৰ'ল। সন্মুখৰ খোলা আকাশখনৰ ফালে মূৰ তুলি চাই বিভোৰ হৈ থকা চম্পাই তেতিয়াও জনা নাছিল তাইৰ পিছত যে নিষ্ঠুৰ নিয়তিয়ে কি পৰিকল্পনা কৰি থৈছে !

মাক আৰু পেহিয়েক দুয়োৰে চিঠি তাই একেলগেই পালে, বন্দুকৰ এটা গুলী কৰিয়েই ক্ষান্ত নহৈ যেন বিধতাই নিৰস্ত্ৰ চম্পালৈ দুজাঁই গুলী এৰি আনন্দ উপভোগ কৰিলে।

পেহিয়েকৰ চিঠি আৰম্ভনীৰে পৰা শেষলৈকে মাথোন অভিযোগ, আক্ৰোশ আৰু লাঞ্ছনাৰে পূৰ্ণ। লিখিছিল "তইঁত দুয়ো মাৰ-জীয়েৰে মোক এনেকৈ কিয় ঠগিলি ? ইমান ডাঙৰ কথা এটা তইঁতে মোৰ পৰা কিয় লুকুৱাই ৰাখিলি ? জুহি মুছলমানৰ লগত পলাই যোৱা খবৰ জনা হলে মই কেতিয়াও ইমান ডাঙৰ প্ৰতিষ্ঠাবান নৈতিক ব্ৰাহ্মণ পৰিয়ালৰ ওচৰত তোৰ বিয়াৰ কাৰণে আচল পেলাই ভিক্ষা মুখুজিলোঁহেঁতেন। ৰামদত্তই কালি নিজে তোৰ পেহাৰৰ আগত কৈছে : তেওঁৰ খুলশালীয়েকে নিজ চকুৰে জুহিক বোৰ্খা পিন্ধি গিৰিয়েকৰ লগত হোটেলত খোৱা দেখি আহিছে। কালি ৰামদত্ত আহি আমাৰ ঘৰত খুউব কঠোৰ কথা শুনাই গৈছে, আৰু জুহিৰ চৰ্চা গোটেই পাহাৰতে বিয়পি গৈছে। ৰামদত্তই কৈছে বিয়া হলে নিশ্চয় ভনীয়েক ভনী-জোঁৱায়েক আহিবই। তেওঁৰ নৈতিক হিন্দুৰ ঘৰত কেতিয়াও

বোর্খা আৰু মুছলমানি টুপি সোমাব নোৱাৰে। সেইয়ে এই বিয়া হ'ব নোৱাৰে । ঠিকেইতো কৈছে ? যি ব্ৰাহ্মণে আজিলৈকে গঙ্গা জলেৰে সনা আটাৰ বাহিৰে কোনো এটা ভেঁজাল বস্তু মুখত দিয়া নাই, তেওঁ জানো এইবোৰ সহ্য কৰিব পাৰিব ? কালিয়েই ৰামদত্তই তোৰ মাৰৰ ওচৰত টিকাত দিয়া সকলো বস্তু ওভতাই দি গৈছে । আগতে জনা হলে মই তোৰ বিয়াৰ এই নাটক কেতিয়াও নকৰিলোঁহেঁতেন ।"

আৰু ইখন চিঠি স্বয়ং ভগৱতীৰ আছিল । তেওঁ লিখিছিল— "জুহিৰ কলঙ্কৰ আমি ইমান ডাঙৰ প্ৰায়শ্চিত্ত কৰিব লগীয়া হ'ব বুলি মই কেতিয়াও ভবা নাছিলোঁ। চম্পা । অভাগীৰ অপৰাধে আমাক আজি সমাজৰ পৰা বহিষ্কৃত কৰি পেলালে । তোৰ বিয়াতো ভাঙিলেই, তাৰ কাৰণে মোৰ অকণো দুখ নাই । কাৰণ মই জানিছিলোঁ। তঁই মোক সুখী কৰিবলৈহে এই বিয়াত মত দিছিলি ? সেয়া মই তোৰ বিষাদক্লিষ্ট মুখ দেখিয়েই গম পাইছিলোঁ। । কিন্তু দুখ এই কাৰণেই যে এই মাহত তোৰ দেউতাৰৰ শ্ৰাদ্ধৰ কাম কৰিবলৈ কোনো ব্ৰাহ্মণ আমাৰ ঘৰলৈ নাহে । নাজানোঁ। ভগৱানে মোৰ কি পূৰ্ব্বজন্মৰ কৰ্ম্মফলৰ দণ্ড দিছে । এনেকুৱা লাগিছে যেন এনে এখন অৰণ্যলৈ গুচি যাম, য'ত কোনো মানুহ, মিতিৰ কুটুম আদি দেখিবলৈ নাপাওঁ ।"

আৰু ঠিক সেই একান্ত ঠাইলৈয়েই লৈ আহিছিল চম্পাই তেওঁক । যি সহপাঠিক তাই দুদিন আগতে নিজৰ সুদৰ্শন প্ৰেমিকৰ ৰূপ বৰ্ণনা কৰিছিল, আৰু নিজৰ বিচিত্ৰ ক'ৰ্টশ্বিপৰ কাহিনী কৈ শুনাইছিল, আজি তাই কোন মুখৰে ক'ব পাৰিব তাইৰ বিয়া ভাঙিল বুলি ।

নিজৰ অন্তৰৰ দুখৰ বোজা, বিষৰ গৰল পি তাই মাকক আনিবলৈ পাহাৰ পালেগৈ । বৰ্দ্ধমানৰ ওচৰতেই বীৰভূমৰ সীমাৰ এক জমিদাৰে এক ভব্য ফেক্টৰী খুলিছে । তাৰে ভব্য হস্পিতালৰ

কাৰণে কৰা বিজ্ঞাপন দেখিছিল চম্পাই। গাড়ী-বঙলা আদিৰে সৈতে দৰমহাও খুউব ভাল, চহৰৰ পৰা এশ মাইল নিলগত। চহৰৰ পৰা দূৰ এই একান্ত ঠাইকেইতো চম্পাই কামনা কৰিছিল। মাকৰ দিনে দিনে ভাগি পৰা স্বাস্থ্য দেখি তাই চিন্তিত হৈ উঠিছিল। মোমায়েকৰ ঘৰৰ কথা তাই নজনা নহয়, আগৰবাৰ যাওঁতেই পেহিয়েকে একান্তত সকলো কৈ শুনাইছিল।

"তোৰ মাৰৰ স্বাস্থ্য একেবাৰেই ভাগি পৰিছে। তাতে ভতিজাকহঁতৰ কাপোৰ ধোৱা, ঘৰ মোচা আদি কাম কৰি দিনে দিনে আৰু দুৰ্ব্বল হৈ পৰিছে। দিনে-ৰাতিয়ে কাহ দেখি মই কেইবাবাৰো মোৰ লগত থাকিবলৈ অনুৰোধ কৰিছিলোঁ। মোৰ লগত থকা হলে মই মূৰত তুলি ৰাখিলোঁহেঁতেন। পিছে মই বৌক দোষ নিদিওঁ। আমাৰ মাইকী মানুহৰ এটাই দোষঃ মাকৰ ঘৰৰ নামত সকলো ত্যাগ কৰিব পাৰে। চম্পা, পাহাৰৰ এটা যোজনা আছে সদাই মনত ৰাখিবি। পাহাৰত কয়ঃ মাক থকালৈকে ঘৰ থাকে আৰু বিয়া নকৰোৱালৈকে ককায়েক থাকে আৰু যৌতুকো থাকে।" মাকৰ কাহ দেখি প্ৰথম দিনাখনৰ পৰাই তাই চিন্তিত হৈ পৰিছিল।

কেতিয়াবা কেতিয়াবাতো ভগৱতীয়ে গোটেই ৰাতিয়েই কাহি থাকে। তেওঁৰ শৰীৰৰ ওজন আচৰিত ধৰণে কমি যাবলৈ ধৰিছে। চম্পাই যেতিয়া দিনটোৰ খাটনিৰ পিছত ঘৰলৈ উভতি আহে মাকৰ অৱস্থা দেখি নিজৰ সকলো দুখ ভাগৰ পাহৰি আত্মগ্লানিত তাইৰ মন ভৰি পৰে। কিমান ৰুগীৰযে বুকু চাই, হাতৰ নাড়ী চাই প্ৰেচকিপচন লিখি দিয়ে তাই। কিন্তু নিজৰ আপোন মাকৰ স্বাস্থ্যৰ প্ৰতি যত্ন লবলৈ যেন অৱকাশেই পোৱা নাই তাই। যিমানবাৰেই মাকৰ কাহ শুনিছে, প্ৰত্যেকবাৰেই দুঃচিন্তাই তাইৰ মন ঘেৰি পেলাইছে। এই কাহৰ কথা বাৰু কুমায়ুনৰ কোন ছোৱালীয়ে বুজি নাপায়? তাৰ উপৰি যক্ষ্মাতো তাইৰ মাতৃকুলৰ

অভিশাপেই। আইতাক, জেঠায়েক, জেঠায়েকৰ জীয়েক, মাহীয়েক এজনী এজনীকৈ ভয়ালী চেনাটৰিয়ামৰ পৰাতো কেতিয়াও ঘূৰি অহা নাছিল! ভগৱতীকো যদি সেই মাকৰ ঘৰৰ ৰাজৰোগে পায়, কি হ'ব বাৰু? তাইৰ পক্ষে জানো মাকক চেনাটৰিয়ামলৈ পঠোৱাৰ কথা কোৱা সম্ভৱ হ'ব? মোমায়েকৰ ঘৰলৈ পঠোৱাৰতো প্ৰশ্নই নুঠে। তাতকৈ বীৰভূমৰ গৰমেই মাকৰ কাৰণে হিতকাৰক। কিন্তু এদিন তাই বৰ কৌশলৰেই নিজৰ প্ৰস্তাৱৰ ভূমিকা ৰচিছিল:

"ইমান দিনৰ পৰাযে তোমাৰ কাহ হৈ আছে মা! তোমাৰ ব্ৰঙ্কাইটিচ্ হৈ যায় বুলি মোৰ বৰ ভয় হৈছে। তাতে তোমাৰ বুকুত কফো আছে। কাইলৈ তোমাৰ এক্সৰে এখনকে কৰাই আনিম বুলি ভাৱিছোঁ।

চতুৰ ভগৱতীয়ে কিন্তু তৎক্ষণাত জীয়েকৰ মনৰ ভাব বুজি পেলালে আৰু ক'লে,— "তই ছাগৈ মোৰ টি, বি, হৈছে বুলি ভয় খাইছ নহয়? কি ডাক্তৰনী অ' তই? মোৰতো কাহহে হৈছে। তাৰ কাৰণে আকৌ কিয় এক্সৰে কৰাব লাগে।" মাকে কথা পাতলাই পেলালে। সেইদিনাৰ পৰাই ভগৱতীয়ে চম্পা হস্পিতালৰ পৰা আহি পোৱাৰ আগৰে পৰাই চেহেৰা উৎফুল্ল ৰাখিবলৈ চেষ্টা কৰিলে, তেওঁৰ যেন একোৱেই হোৱা নাই। কিন্তু চম্পাই বুজি পাইছিল মাকক যে শৰীৰৰ বেমাৰেও নহয়, মনৰ বেমাৰেও লাহে লাহে পীড়ি পেলাইছে। নজনা এখন চহৰ, ভাষা বুজাব নোৱৰাৰ বিড়ম্বনা, নিজৰ মিতিৰ-কুটুমৰ পৰা বহুত দূৰ আদি চিন্তাই ভগৱতীৰ ৰুগ্ন চেহেৰা আৰু কৰুণ, আৰু মলিন কৰি গৈছিল। একপ্ৰকাৰ গোটেই দিনেই অকলে পৰি থাকিব লগীয়া হৈছিল বেচেৰীৰ। কেতিয়াবা মিনি আহি ভঙা ভঙা হিন্দীৰে দুটা এটা খুহুতীয়া কথা কৈ মন ভাল লগাই গৈছিলহি। কাম কৰা চাওঁতালী ছোৱালীজনীয়ে দৈনন্দিন আৱশ্যকতাখিনিহে পূৰণ কৰিব পাৰিছিল। কেতিয়াবা ভৰি পিটিকি, কেতিয়াবা ফলৰ ৰস আদি খুৱাই, কেতিয়াবা

তাইৰ ডাঙৰ ডাঙৰ দাঁতৰ সুন্দৰ হাঁহিৰে কোঠালিটোৰ মৌনতা থুই মচি আঁতৰ কৰি পেলাইছিল। চম্পাই তাইৰ ধৈৰ্য্য দেখি অবাক মানিছিল। মিনিয়েই ওচৰৰ চাওঁতাল গাওঁ এখনৰ পৰা তাইক আনি দিছিল।

আৰু কৈছিল "এগৰাকী মিছনেৰী ডাক্তৰণীৰ লগত তাই কাম কৰিছিল। ৰন্ধা-বঢা, ইস্ত্রি কৰা আদি সকলো কাম তাই জানে আৰু এই ছোৱালীজনীৰ বিশেষ গুণ হৈছে তাইৰ শান্ত স্বভাৱটো। তাইৰ চকুত মুগ্ধ হৈয়েই মই তাইক তোমাৰ ওচৰলৈ লৈ আহিছোঁ।" সঁচাকৈয়ে এই চাওঁতাল ছোৱালীজনীৰ ডাঙৰ টনা টনা শান্ত চকুৰ অদ্ভুত ৰূপত চম্পা মুগ্ধ হৈ পৰিছিল। মুখৰে নোকোৱাকৈয়ে চকুৰ মাধ্যমেৰেই ভাষা নাজানিলেও ৰুগ্না গৃহস্বামিনীৰ প্ৰত্যেক আদেশেই তাই গ্ৰহণ কৰিছিল। ভগৱতীৰ মূৰৰ শিতানত বহি থকা এই ছোৱালীজনীৰ শ্যামল সৌন্দৰ্য্য কোঠাটোৰ কাৰুণ্যৰ লগত একেবাৰে খাপ খাই পৰিছিল। চম্পা আহি পোৱাৰ লগে লগেই তাই ওচৰতে সৰু টেবুল এখন থৈ চাহৰ ট্ৰে লৈ আহে। মিছনেৰি ডাক্তৰণীয়ে তাইক নিপুণ চাহাৰী প্ৰশিক্ষণ দি যে অতি নিপুণ কৰি তুলিছিল তাত অকণো সন্দেহ নাই। তাইৰ ক'লা যৌৱনপুষ্ট দেহ এখন সৰু ছুটি শাড়ীৰে ইমান সুন্দৰ আৰু সংযতভাবে ধাকি ৰাখিছিল যে ব্লাউজ নিপিন্ধা সত্ত্বেও তাইৰ দীঘল সুদৌল বাহুৰ বাহিৰে যৌৱনপুষ্ট শৰীৰৰ এডাল ৰেখাও অভদ্ৰভাবে ওলাই নপৰিছিল। চান্দমণি অহাৰ আগতে মিষ্টাৰ সেনগুপ্তই এজনী জনা-বুজা বয়সস্থা কাম-কৰা মানুহ তাইৰ ওচৰলৈ পঠাইছিল। কিন্তু চম্পাই নম্ৰতাপূৰ্ব্বক এখন চিঠি লিখিয়েই তাইক নচলা পইচাৰ দৰে ঘূৰাই পঠাইছিল।

বৰ্দ্ধমান ৰেলষ্টেচনৰ পৰা আনিবলৈ গৈ গাড়ীৰ দুৱাৰ খুলি বহিবলৈ দিয়া ৰহস্যময় মানুহজনক চম্পাৰ প্ৰথম দিনৰ পৰাই ভাল লগা নাছিল। আৰু কিয় জানো এক অজান ভয়ত তাই শিয়ঁৰি

উঠিছিল। মাৰ দিয়া আদ্দিৰ পাঞ্জাবি, যত্নেৰে বিচাৰি উলিওৱা শান্তিপুৰী ধুতি, পাটৰ চাদৰ আদিৰে তেওঁক এনেকুৱা লাগিছিল তেওঁ যেন কোনোবা চিনেমা কোম্পানিৰ জমিদাৰৰ এক্টিং কৰা কোনোবা থল নায়কহে তাইৰ সম্মুখত ঠিয় হৈ আছে। বগা সুন্দৰ পৰিধানেও মানুহজনক বয়সৰ গৰিমা আনি দিব পৰা নাছিল। আঙুলিত পিন্ধা ডাঙৰ ডাঙৰ দামী পাথৰৰ আঙঠি, ডিঙিত সোণৰ চেইনৰে পিন্ধা সোণৰ ঘড়ী, ৰিমলেচ্‌ চশমা আদিয়ে তেওঁৰ ব্যক্তিত্বক আৰুহে ৰহস্যময় কৰি তুলিছিল। বৰ্দ্ধমানৰ সীমাৰ পৰা বীৰভূমলৈকে তেওঁৰ জমিদাৰীৰ কাৰণে তেওঁৰ গণনা কলিকতাৰ ডাঙৰ ডাঙৰ জমিদাৰৰ লগতেই হৈছিল। কঠাল, জামু, শিৰিশ, কদম আদিৰে ঘেৰা তেওঁৰ অট্টালিকা কোনোবা ভব্য ৰাজ অট্টালিকাৰ দৰেই লাগিছিল। লোহাৰ গ্ৰীল, লোহাৰ সুন্দৰ লতা-পাত অঁকা সুন্দৰ ছিৰি, ঘৰৰ মুধত কৰা অপূৰ্ব্ব কাৰুকাৰ্য্য আদি দেখিলেই মনলৈ আহে গৃহস্বামীয়ে অকৃপণ হাতৰেই অৰ্থব্যয় কৰিছে। তেওঁৰ অট্টালিকাৰ ওচৰৰ পৰাই তেওঁৰ ফেক্টৰীৰ সীমাৰেখা আৰম্ভ হৈছে। সেনগুপ্ত ন'ট এণ্ড বল্টচ্‌, ময়ুৰী চিকিৎসালয়, কমলেশ্বৰী কলেজ আদি ভব্য প্ৰতিষ্ঠানৰ পৰিক্ৰমা কৰাই মাক-জীয়েক দুয়োকো তেওঁলোকৰ বাবে আচুতীয়াকৈ ৰখা বঙলাত থৈ গৈছিলহি। গোটেই ৰাতি সেইদিনা চম্পাই টোপনি যাব নোৱাৰিলে, উজাগৰেই কটালে। তাই কেৱল এখন বিজ্ঞাপন দেখিয়েই কগ্না মাকৰ হাতত ধৰি এই নিৰ্জ্জন সৰু চহৰখনলৈ গুচি আহিছে। আনকি মামাক-মামীয়েকৰ ওপৰত ক্ষুব্ধ হৈয়েই তাই কাকো তাইৰ ঠিকনাও দি অহা নাছিল। ওচৰত মিনিৰ ঘৰটো দেখি তাই অলপ আশ্বস্ত হৈছিল। আৰু মিনিয়েও প্ৰথম দিনাই তাইক কৈছিল "তুমি অকণো সঙ্কোচ নকৰিবা মিচ্‌ ঘোশি। যেতিয়াই কিবা দৰ্কাৰ হয় তৎক্ষণাত মোক ফোন কৰিবা, মইতো মুৰৰ শিতানতে ফোন লৈ শোওঁ।" প্ৰতিবেশিনীৰ কথাষাৰে তাইক অলপ আশ্বস্ত কৰি গ'ল। কিন্তু মিনিক

জানো ফোন কৰিলে কেতিয়াবা পায় ? সেনগুপ্তই উদাৰভাৱেই তাইক প্ৰাইভেট প্ৰেকটিচ কৰিবলৈ অনুমতি দিছিল। সেয়ে ছুটি পালেই তাই বাহিৰত ৰুগী চাবলৈ প্ৰায়েই গুচি গৈছিল। লাহে লাহে চম্পাৰ মনৰ আশঙ্কা নিজেই ক'ৰবাত বিলীন হৈ গৈছিল। গোটেই দিনটোৰ ব্যস্ততাৰ মাজত তাই কোনো কথাই চিন্তা কৰিবলৈ সময় পোৱা নাছিল, আৰু ৰাতি গাকত মূৰ থোৱাৰ লগে লগেইতো তাই গভীৰ টোপনিত ধলি পৰিছিল। সেনগুপ্তক নিজৰ কামৰ সংক্ৰান্তত দুই-তিনিবাৰ লগ পাইছেও তাই। বিদেশী কাপোৰৰ-চুট পিন্ধা, হাতত চিগাৰেৰে মানুহজনক আৰু তাইৰ আগৰ দৰে ৰহস্যময় নলগা হৈ পৰিল। সেনগুপ্তৰ ব্যৱসায় নিজৰ এলেকাতেই সীমাবদ্ধ নাছিল, কেতিয়াবা তেওঁ প্লাইউড ফেক্টৰী চাবলৈ বেহেলা, কেতিয়াঁবা জুট ফেক্টৰী চাবলৈ কলিকতা আৰু কেতিয়াবা দিল্লীলৈ গৈ থাকিবলগীয়া হয়। ঘৰত তেওঁৰ চিৰৰুগ্না পত্নীহে সদাই অকলে থাকিবলগীয়া হয়। তেওঁৰ একমাত্ৰ কন্যা ময়ূৰী কেতিয়াবাহে আহি মাকৰ লগত থাকেহি। তাই প্ৰায়েই বাহিৰতেই কটায়। সেয়ে বেচেৰী মিচেচ্ সেনগুপ্ত একেবাৰেই নিসঙ্গ। "একেবাৰেই স্নায়ু দুৰ্ব্বল মাক-জীয়েক" বুলি এদিন মিনিয়েই কৈছিল। "মিষ্টাৰ সেনগুপ্তই দৰ্ম্মহা বেচি দিলেও তেওঁৰ জীয়েক আৰু ঘৈণীয়েকক চম্ভালা কম কথা নহয়। তাতকৈ একেলগে চল্লিশ পঞ্চাচটা ৰোগী চাবলৈকে ভাল ডাক্তৰ যোশি। একেবাৰে হায়ৰান কৰি মাৰে। বৰ খেঙখেঙীয়া স্বভাৱৰ। চাবাচোন তোমাক কেতিয়া মাতি পঠায়।"

আৰু এদিন ৰাতি সচাঁকৈ হঠাৎ সেনগুপ্তৰ ফোন অহাত তাই ভয় খাই উঠিল। তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজিছিল। "মই সেনগুপ্তই কৈছোঁ ডাক্তৰ যোশি। ইমান ৰাতি আমনি কৰিবলগীয়া হোৱাত মই অত্যন্তই দুঃখিত। ক্ষমা কৰিব, কিন্তু তৎক্ষণাত মোৰ পত্নী অসুস্থ হৈ পৰাত মই উপায়ান্তৰ হৈহে আপোনাক দিগদাৰ দিবলৈ বাধ্য হ'লোঁ। মই গাড়ী লৈ নিজেই আপোনাক

আনিবলৈ যাম। কৃপা কৰি যদি আপুনি আহে বৰ উপকাৰ হয়।"

তেতিয়াহলে মিনিয়ে এনেকুৱা এক টেলিফোনৰ কাৰণেই সাৱধান কৰি দিছিলনেকি ? প্ৰথম দিনা ৰেলষ্টেচনত দেখা নম্র শিষ্ট ব্যক্তিজনেই পিচদিনা অফিচত পাইপ হাতত লৈ বহি থকা আৰু চম্পাই নম্রভাবে কৰা অভিবাদনত খালি মূৰ লৰায়েই প্ৰত্যুত্তৰ দিয়া মানুহজনৰ মাজত বহুত পাৰ্থক্যই দেখিবলৈ পাইছিল চম্পাই। তেতিয়াহ'লে এইয়া কি সেয়া সেনগুপ্ত হয় জানো ? তাইৰ কণ্ট্ৰেক্টৰ প্ৰত্যেকটো চত' কঠিন মাত্ৰে এটা এটাকৈ পৰিস্কাৰকৈ কোৱা "আমাৰ দৰমহাৰ বিষয়ে আপোনাৰ একো কবলগীয়া নাই নিশ্চয় ডাক্তৰ যোশি। কিন্তু মই নিজৰ কৰ্ম্মচাৰীক যেনেকুৱা দৰমহা দিচোঁ, ঠিক তেনেকুৱা কামো মই আশা কৰোঁ। আৰু মই যেনেকুৱা পাংচুয়্যাল মোৰ সকলো কৰ্ম্মচাৰীকে ঠিক তেনেকুৱাই বিচাৰোঁ। আপোনাৰ ওপৰত মো পূৰা বিশ্বাস আছে আপুনি মোক নিৰাশ নকৰে। মোৰ দুৰ্ভাগ্য মোৰ পত্নী চিৰৰুগীয়া, সেই কাৰণেই এই সৰু হস্পিতালখনতো মই দুগৰাকী ডাক্তৰণী ৰাখিবলগীয়া হৈছে, যাতে মোৰ পত্নীৰ ওচৰত লাগি থাকোঁতেই মোৰ কৰ্ম্মচাৰীৰ পৰিয়ালবৰ্গই ডাক্তৰ নথকাৰ অসুবিধা ভোগ কৰিবলগীয়া নহয়। মইতো সদাই কামত বাহিৰতেই থাকিবলগীয়া হয়। মোৰ উপস্থিতিত বা অনুপস্থিতিত হঠাতে অসুস্থ হৈ পৰা মোৰ পত্নীক চোৱাটোও আপোনাৰ চৰ্ত্তত লিখা আছে।"

সেই ৰিমলেচ চশ্মাৰ ভিতৰেদি কাছৰ চকুৰ দৰে তিৰবিৰাই উঠা চকুৰ দৃষ্টিত সেইদিনা তাইৰ অফিচতেই কলিজা কঁপি উঠিছিল। আজি সেই ৰহস্যময় দৃষ্টিৰ স্মৃতিয়ে তাইৰ কলিজাৰ গতি নিস্পন্দিত কৰি যেন ৰৰফৰ দৰে নিঃসাৰ কৰি পেলালে। মাক নিশ্চিন্ত হৈ শুই আছে। আৰু সতৰঞ্চিৰ ওপৰত শুই থকা চাঁদমণিক তাই বাহুত ধৰি জোকাৰি দিলে আৰু তাই তৎক্ষণাত উচপ খাই উঠি বহিল। চাঁদমণিৰ এইটোও এটা বিশেষ গুণ, তাই সামান্য শব্দতেই

সাৰ পাই উঠে। প্ৰায়েই চম্পা ৰাতি আধা ৰাতি হস্পিতাললৈ যাবলগীয়া হয়। সেয়ে তাই কেতিয়াও আচৰিত নহয়। তাই তৎক্ষণাত উঠি আহি চম্পাৰ কাষ পালেহি।

"মই বৰচা বৰ বঙলালৈ বেমাৰী চাবলৈ যাওঁ চাঁদমণি। ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি থবি। আজি মিনিও নাই। দুৱাৰ ভালকৈ বন্ধ কৰি থবলৈ নাপাহৰিবি, বুজিছ ?"

চম্পাৰ কথা শুনি তাই কৈ উঠিল "চাহ খাবি দিদি" ? ৰাতিৰ ডিউটীলৈ যোৱাৰ আগতে প্ৰায়েই তাই একাপ চাহ খাই আধা টোপনিৰ আৰেশ আঁতৰাই লয়।

"নাই চাঁদমণি, চাহ নাখাওঁ। বৰচাহাব আহি পাবহিয়েই। সময়েই নাই খাবলৈ।"

"জল চাপিয়েচি চা আনব ?" বুলি তাই লৰালৰিকৈ চাহ কৰিবলৈ যোৱাত চম্পাই বাধা দিলে "নালাগে চাঁদমণি, মোৰ চাহ খাবলৈ একেবাৰেই মন যোৱা নাই।"

"তোৰ ঐ যে বেগ আনব' দিদি" বুলি চাঁদমণিয়ে লৰা-লৰিকৈ আনি বেগটো চম্পাৰ ফালে আগবঢ়াই দিলে। ঔষধ চিৰিঞ্জ আদি বেগত দি কঁপা কঁপা হাতেৰে চম্পাই বেগটো টেবুলৰ ওপৰত থৈ দিলে। আজি ৰাতিহে বহুত দিনৰ মূৰত চম্পাৰ ফ্ৰি আছিল। আজি দুদিন দুটা কঠিন প্ৰসৱ কেচৰ কাৰণে চম্পাই দহ মিনিটো শুৱ পৰা নাছিল। কিন্তু চিন্তা তাইৰ টোপনিৰ কাৰণে হোৱা নাই। তাইৰটো চাকৰিয়েই নিশাচৰী। যি ব্যক্তিৰ চকুৰ প্ৰথম দৃষ্টি বিনিময়েই তাইক অজ্ঞাত আশঙ্কাত কঁপাই তুলিছিল, আজি তেওঁৰ লগতেই আধা ৰাতি নিৰ্জ্জন হাবিতলীয়া ৰাস্তাইদি অকলে যাবলগীয়া বিৱশভাইহে তাইক বাৰে বাৰে চিন্তিত কৰি তুলিছিল। তাই এটাই উপায় কৰিব পাৰিলেহেঁতেন নিজৰ মাকৰ চিন্তাজনিত বেমাৰৰ কথা জনাই যাব নোৱৰাৰ কথা উল্লেখ কৰি। মাকৰ কাগজৰ দৰে বগা ককণ মুখ আৰু দুৰ্ব্বল কগ্ন শৰীৰ দেখি কোনো

ব্যক্তিয়েই তাইৰ কথা বিশ্বাস নকৰাকৈ থাকিব নোৱাৰিলেহেঁতেন। কিন্তু তৎক্ষণাতে ঘৰৰ আগত গাড়ীৰ শব্দ শুনি তাই লৰালৰিকৈ উঠি পৰিল আৰু ভাবিলে কিজানি ৰোগী তাইৰ অপেক্ষাতেই বিনা ঔষধেৰে চত্‌ফতাই আছে। কথাষাৰ মনত পৰাৰ লগে লগেই কৰ্ত্তব্যপৰায়ণ ডাক্তৰণীৰ মনত কৰ্ত্তব্যবোধ জাগি উঠিল।

"ইমান ৰাতি আপোনাৰ টোপনিত ব্যাঘাত জন্মোৱাৰ বাবে ক্ষমা কৰিব ডাক্তৰ যোশি। উপায়ান্তৰ হৈহে আপোনাক নিবলৈ আহিছোঁ, আপুনি সাজু আছেনে"?

"হয় ব'লক" বুলি সেনগুপ্তলৈ নোচোৱাকৈয়েই চম্পাই গাড়ীৰ দুৱাৰ খুলিবলৈ আগবাঢ়ি গ'ল। কিন্তু তৎক্ষণাত সেনগুপ্তই কোনোবা বিদেশী বাৰ্টলাৰৰ তৎপৰতাৰে চম্পাৰ হাতৰ বেগ নিজৰ হাতত লৈ নিজ হাতেৰে গাড়ীৰ দৰ্জ্জা খুলি চম্পা বহালৈ নম্রতাৰে বাট চাই ৰ'ল।

গাড়ী চলাৰ লগে লগে চম্পাই প্রশ্ন কৰিলে কেতিয়াৰ পৰা মিচেচ্ সেনগুপ্ত অচেতন হৈ আছে ?

"তেওঁ বেহুচ হৈ জানো এঘণ্টা আধা ঘণ্টা থাকে ডাক্তৰ যোশি" ? এক দীঘল নিশ্বাস টানি চিগাৰেটত দীঘল হোপা মাৰি ধেঁৱাখিনি উকৱাই দিলে সেনগুপ্তই। ঘূৰি-পকি আহি ধেঁৱাখিনি চম্পাৰ নাকে মুখে সোমাই পৰিল।

"মই কবই নোৱাৰোঁ কেতিয়াৰ পৰা তেওঁ বেহুচ হৈ আছে। মইতো নাছিলোৱেই। আজিহে শ্রীৰামপুৰৰ পৰা আহিছোঁ। ঘৰ পায়েই কাম কৰা মানুহজনীক সোধাত পূজা ঘৰতে আছে বুলি কলে। মই গা-পা ধুই ওলাই আহি বাহিৰত তেওঁক নেদেখি আকৌ সোধাত তাই আকৌ পূজা ঘৰতেই আছে বুলি কলে। মই কিন্তু একেবাৰে আচৰিত হোৱা নাছিলোঁ। কিয়নো মিচেচ্ সেনগুপ্তৰ পূজা সদায়েই বৰ দীঘলীয়া। ৰাতিৰ আহাৰ খাই মই লৰালৰিকৈ ফেক্টৰিলৈ যাব লগীয়া হ'ল। সেয়ে ভাবিলোঁ মাত লগাই আহোঁ।

গৈ দেখিলোঁ। পূজাৰ বেদীতেই মূৰ থৈ মূৰ্চ্ছা গৈ অচেতন হৈ পৰি আছে।”

“এনেকুৱা প্ৰায়েই হয় নেকি তেখেতৰ? মূৰ্চ্ছা যোৱাৰ সময়ত মুখেৰে ফেন ওলাইনেকি?” নানান প্ৰশ্ন সুধিবলৈ ধৰিলে চম্পাই।

“মাজতে কেইবামাহো একেবাৰেই ভালে আছিল, আজি প্ৰায় তিনি মাহমানৰ মূৰতহে এয়া আকৌ হৈছে। মূৰ্চ্ছা যোৱাৰ সময়ত মুখৰ ফেন নোলায়। আপুনি ছাগৈ মৃগী বুলিয়েই ভাবিছে! অলপতে জাৰ্মান ডাক্তৰ এজনকো দেখুৱাইছিলোঁ। তেওঁতো মৃগী নহয় বুলিয়েই কৈছে। স্নায়ুজনিত ব্যাধি বুলিহে কৈছে তেওঁ। আজি তিনি বছৰে পত্নীৰ এই বেমাৰে মোক একেবাৰে পৰিশ্ৰান্ত কৰি পেলাইছে। কিমান বিশেষজ্ঞৰ লগত যে পইচা খৰচ কৰিছোঁ তাৰ সীমা সংখ্যা নাই। উপায়ান্তৰ হৈ হোমিওপ্যেথিকৰো শৰণ লৈছোঁ। কিন্তু সকলোৰে পৰা নিৰাশাৰেহে উলটিব লগীয়া হৈছে। এতিয়া ভাবিছোঁ দিল্লীৰ মেডিকেল ইনষ্টিটিউটত এবাৰ দেখুৱাই আহোঁ। শুনিছোঁ তাত বোলে এজন প্ৰসিদ্ধ নিউৰ'লজিষ্ট চাৰ্জন আছে। কিন্তু মই একেবাৰেই বিবশ হৈ পৰিছোঁ। অলপ ইফাল সিফাল কৰিলেই অফিচৰ কাম ঠাহ খাই পৰেহি। আজিকালি লেবাৰ প্ৰব্লেম আপোনালোকৰ চাৰ্জাৰিতকৈয়ো কঠিন ডাক্তৰ যোশি!” তেওঁ হাঁহি হাঁহি আকৌ কবলৈ ধৰিলে,— “বঙালী মধ্যবিত্ত শ্ৰেণীৰ ওপৰত মাৰ্ক্সবাদী চিন্তাধাৰাই ইমান দূৰ শিপাইছে যে অফিচতে হওক বা ফেক্টৰিতেই হওক, যতেই কাম কৰক সিহঁতে নিজৰ মৰ্জিতেই চলে। প্ৰত্যেক কৰ্ম্মচাৰী আৰু বনুৱাৰেই মুখ্য আকৰ্ষণ কাম নহয়, মুখ্য আকৰ্ষণ বনাচ আৰু দৰ্ম্মহাহে। আপুনি নাজানে এই কাৰখানা আদি খুলি যে মই মোৰ নিজৰ কিমান বিপদ চপাই ললোঁ। নিৰস এই কাৰখানা আদিত সঙ্গীত, সাহিত্য, কলা আদি সকলো পাহৰি মই সম্পূৰ্ণ নিৰস হৈ পৰিছোঁ। মোৰ এজন পাঞ্জাবী জমিদাৰ

বন্ধুৰ ফাৰ্ম, ফেক্টৰি আদি দেখিয়েই মোৰো কৰিবলৈ ইচ্ছা হ'ল। আৰু ভেতিয়াই ভাবিলোঁ। ময়ো দলজিতৰ দৰেই এক দৰ্শনীয় উপনগৰী কৰি এই জঙ্গলখন নগৰলৈ পৰিণত কৰিম। পিছে মই পাহৰিয়েই গৈছিলোঁ। পাঞ্জাবীৰ উন্নতিৰ পিচতযে সিহঁতৰ কৰ্মক্ষমতা সদায় ছায়াৰ দৰেই লাগি থাকে।"

ঘন অন্ধকাৰৰ পিচত তেওঁ নিজে নিজেই মৌন হৈ ৰ'ল আৰু গাড়ীৰ গতিবেগো বঢ়াই দিলে। মাজে মাজে আঙুলিত পিন্ধা হীৰা মুকুতাৰ চিকমিকনিহে চম্পাই দেখিবলৈ পালে। কিন্তু সেই দীঘলীয়া যাত্ৰাত চম্পাৰ ভয় আপোনা-আপুনি নোহোৱা হৈ গ'ল। সেনগুপ্তৰ আত্মনিবেদনে পৰিস্থিতিটো একেবাৰে পাতল কৰি পেলালে। তেওঁৰ কথা কোৱাৰ ঢং, দীঘল দীঘল আঙুলি লৰাই লৰাই কোনোবা আত্মহাৰা সঙ্গীতজ্ঞৰ দৰে কৰা মুদ্ৰা, কোনো শিশুৰ দৰে নিষ্পাপ হাঁহিয়ে স্বয়ং চম্পাক আশ্বস্ত কৰি গ'ল। মূৰৰ চুলি মৰাপাটৰ দৰে শুভ্ৰ হোৱা সত্বেও চকু তেওঁৰ কোনোবা তৰুণৰ দৰেই বুদ্ধিদীপ্ত। "অ'! আমি আহি পালোঁহিয়েই" বুলি তেওঁ গাড়ীৰ গতি কমাই অনাত এজন সঙ্গীনধাৰী গোৰ্খা চিপাহীয়ে গেট খুলি দিলেহি।

বহুত দিনৰ আগতে চম্পাই এদিন বাপেকৰ লগত লক্ষ্ণৌৰ ৰাজভৱনলৈ সহভোজৰ বাবে গৈছিল আৰু আজি সেনগুপ্তৰ এই প্ৰাসাদ সেই ৰাজভৱনৰ দৰেই লাগিল তাইৰ।

"আহক বহুত চিড়ি বগাব লাগিব কিন্তু আপুনি। বহুত বাৰ ভাবিছোঁ লিফ্ট লগাওঁ" বুলি তেওঁ চম্পাৰ লগত প্ৰশস্ত সোপানত উঠি কবলৈ ধৰিলে— "কিন্তু এইকণ সময়ো উলিয়াব পৰা নাই। বহুত দিনৰ আগতেই দেউতাই গগণেন্দ্ৰনাথ ঠাকুৰৰ পৰাই এই প্ৰাসাদৰ নক্সা অঁকাইছিল। ঠাকুৰপৰিয়ালৰ লগত তেওঁৰ বৰ ঘনিষ্ঠ সম্বন্ধ আছিল"।

চিড়ি বগাই বগাই চম্পা একেবাৰে ফোপাই বৈ গৈছিল।

কোনোবা অদৃশ্য বতাহৰ পৰা অহা মৃত্যুমদিৰ সুগন্ধিপূৰ্ণ বতাহে চম্পাৰ নাক চুই গ'লহি। কিযে বিচিত্ৰ সুগন্ধি! এনেকুৱা লাগিছিল যেন কোনোবাই আহি বহুত ওচৰৰ পৰা এক বিচিত্ৰ সুগন্ধিৰ ফিচ্‌কাৰি তাইৰ কাণৰ ওচৰত মাৰি গ'লহি।

"ৰজনীগন্ধাৰ সুগন্ধি ডাক্তৰ যোশি। মোৰ মায়ে বহুত দিনৰ আগতেই গোটেই প্ৰাসাদ এই ফুলৰে ভৰাই পেলাইছিল। কিন্তু মোৰ পত্নীয়ে এই ফুলৰ সুগন্ধ একেবাৰেই সহ্য কৰিব নোৱাৰে। এতিয়া দোজোপামানহে ফুল বাচি আছেগৈ। কিন্তু তথাপিও চাওকচোন কি তীব্ৰ সুগন্ধ!"

চম্পাৰ এনেকুৱা লাগিছিল যেন এই চিড়িত তাই গোটেই ৰাতি পৰিক্ৰমা কৰি থাকিব। "আহক"! বুলি পৰ্দ্দা গুচাই সেনগুপ্তই আকৌ কোনোবা ৰাজ্যপালৰ এ, ডি, চিৰ দৰে বিনম্ৰ ভাবে ঠিয় হৈ ৰ'ল।

কোঠালিৰ সাজ-সজ্জা দেখি চম্পা অবাক হৈ ৰৈ গ'ল। তাইৰ এনেকুৱা লাগিল এয়া যেন কাৰোবাৰ শয়নকক্ষ নহয়, লাখ টকা খৰচ কৰি সাজি উলিওৱা কোনোবা চিনেমা কোম্পানীৰ বিশেষ চেট্‌হে। কোঠালিত পৰা কোমল কাৰপেটত ভৰিখন এনেকৈ সোমাই গ'ল যেন তাই কোনোবা বালিৰ টিলাতহে ভৰি দিলে। দুৱাৰৰ লেচৰ পৰ্দ্দা অতি সাৱধানে অৰ্দ্ধমুক্ত কৰি দুডাল সোণালী ফিটাৰে বান্ধি থোৱা আছে। কোঠাৰ সোঁমাজত দীঘল হৰিণ-শিঙৰ ওপৰত সজোৱা টেবুল এখনত এটা ডিকেণ্টৰ থোৱা আছে। (ডিকেণ্টৰ মদ পৰিবেশন কৰা এক সুন্দৰ জগ)। গোলাপী ৰেচমি আঠুৱাখন ওপৰলৈ সংযতভাৱে উঠাই থোৱা আছে। জাহাজৰ দৰে এখন ডাঙৰ পালেঙত মিচেচ সেনগুপ্ত বেৰৰফালে মুখ কৰি অচেতন হৈ পৰি আছে। প্ৰথমে চম্পাৰ চকু গাৰুৰ ওপৰত পৰি থকা তেওঁৰ শুভ্ৰ বাহুত পৰিল। মণিবন্ধত বন্ধা ক'লা ৰচিৰ তাবিজটোৰ কাৰণেই ছাগে হাতখন সামান্য ফুলাৰ দৰে লাগিছে। বাহুৰ

অনুপাতে একেবাৰে ক্ষীণ হাতত কেইযোৰমান সোণৰ খাৰু। সোণ মেৰিওৱা লোহাৰ খাৰুপাত তললৈ নামি পৰিছে।

"কমী! কমী!" বুলি সেনগুপ্তই মুহূৰ্তকৈ ঢুবাৰমান মাতি নিৰাশ হৈ চম্পাৰ ফালে মুখ ঘুৰাই কবলৈ ধৰিলে— "এতিয়াও অচেতন হৈয়েই আছে ডাক্তৰ। আপুনি চাওকচোন।" এপলকৰ কাৰণে সেনগুপ্তৰ চকুৰ দৃষ্টিত চম্পা অবাক হৈ পৰিল। এই বিলক্ষণ বহুৰূপীয়ে বাৰু কোনোবা আধুনিক অভিনেতাৰ দৰে চকুৰ কেইবাখনো লেঞ্চ জেপত লৈ ফুৰেনেকি! শিয়ালৰ দৰে যি ধূৰ্ত্ত চাৱনিয়ে তাইক প্ৰথম দিনাই ত্ৰস্ত কৰি তুলিছিল, তাক তেওঁ কোনোবা নকল লেঞ্চৰে ঢাকি থলেনেকি? কি নিষ্পাপ এই দৃষ্টি, কিমান সৰল এই দৃষ্টি। যেন অকাৰণতে কোব খোৱা পোহনীয়া কুকুৰৰ করুণ পীড়িত চকুয়েহে মৌন দয়া ভিক্ষা কৰিছে।

"আপুনি এওঁক চাওক। মই ময়ূৰীক মাতি আনিছোঁ" বুলি ভিতৰলৈ সোমাই গ'ল সেনগুপ্ত। থেটিস্কোপডাল উলিয়াই চম্পাই অচেতন হৈ পৰি থকা অপৰিচিতাৰ থুঁতৰি সামান্য উঠাই অলশ দেহ নিজৰ ফালে কৰাত চকু তুলি আনিব নোৱাৰিলে। এনেকুৱা ৰূপ। আজিলৈকেতো তাই এনেকুৱা সৌন্দৰ্য্যৰ বৰ্ণনাহে পঢ়িছে। পুৰি উলিওৱা সোণৰ ৰং, তুলিকাৰে অঁকাৰ দৰে দীঘল ভ্ৰূ। এই সুন্দৰ দীঘল ভ্ৰূ নেদেখিলে বিশ্বাসেই কৰিব নোৱাৰি সেয়াযে সঁচা। ক্লিঅ'পেট্ৰাৰ অভিনয় কৰা এলিজাবেথ টেইলৰৰ নকল ভ্ৰূৰদৰেই সুন্দৰ দীঘল। আৰু ঠিক তেনেকুৱাই বঙ্কিম ওঁঠ, স্বপ্নীল কাজল অঁকাৰ দৰে টনা টনা সুন্দৰ চকু, দীঘল তিল-ফুলীয়া নাক আৰু তাত চিকমিকাই উঠা হীৰাৰ নাকফুল। কিন্তু সেই ৰূপসজ্জাৰ লগত একেবাৰে মিল নোখোৱাকৈ প্ৰস্তুত কৰা হাতৰ টিটো কৰা বাহুয়ে তৎক্ষণাত চম্পাক আচৰিত কৰি তুলিলে। খাৰু ভৰা হাত ঠিক কৰি নাড়ী চাবলৈ লোৱাত বাহুৰ পৰা তললৈকে শুভ্ৰ বাহুৰ টিটোৱে চিকিৎসক হলেও চম্পাৰ মন বিচলিত কৰি গ'ল।

বঙালীৰ হাতত বাৰু এয়া দেবনাগৰীৰ খোদাই কেনেকৈ হ'বলৈ পালে ? "শ্ৰীশ্ৰীগুৰু কেনাৰামৰ অধম দাসী ৰাণী কমলেশ্বৰী" বুলি লিখা কথাষাৰত চম্পা আচৰিত হৈ পৰিল। নাড়ীৰ ক্ষীণ গতি দেখি তাই লৰালৰিকৈ বেগ খুলি ল'লে। তাই কৰই নোৱাৰিলে কেতিয়া সেনগুপ্ত আহি তাইৰ পিচত ঠিয় হ'লহি। "মিষ্টাৰ সেনগুপ্ত আপুনি ঠিকেই কৈছে তেখেতৰ মৃগী নহয়। পিছে বৰ এনিমিক। এটা ইনজেকচন দিম। আপুনি কৃপা কৰি চিৰিঞ্জটো উতলোৱাই দিব পাৰিবনে ?"

"ময়ূৰী অলপ আগতেহে শুইছে ডাক্তৰ; মই তাইক জগাই আমনি নিদিলোঁ।" বুলি সেনগুপ্তই ফুচফুচাই কবলৈ ধৰিলে। "হস্পিতালৰ আয়াকেই লৈ আহিছোঁ। তায়েই আপোনাৰ সকলো কামত সহায় কৰি দিব পাৰিব।"

"মই ষ্টভত পানী উঠাই লৈ আহিছোঁ ডাক্তৰ চাহিবা, দিয়ক চিৰিঞ্জটো উতলাই আনোঁ।" আয়াজনীয়ে বৰ তৎপৰতাৰে চিৰিঞ্জটো উঠাই ল'লে।

ইনজেকচন দিয়াৰ অলপ পিচতেই কমলেশ্বৰীয়ে চকু মেলিলে আৰু ইফালে সিফালে চাই ক্ষীণ কণ্ঠেৰে সুধিলে— "ময়ূৰী, দেউতাৰ আহিলনে ?"

"মই ময়ূৰী নহয়. মিচেচ সেনগুপ্তা, মই ডাক্তৰ যোশিহে। অকণমান ভাল পাইছেনে ?" চম্পাই মৃদু হাঁহিৰে সুধিলে।

তাইৰ প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ কমলেশ্বৰীয়ে বহুত দেৰি অপলক দৃষ্টিৰে তাইৰ ফালে চাই থাকিল। "ভাল পাইছোঁ, বহুত ৰাতি হ'লনেকি বাৰু ? কেইটা বাজিল" বুলি প্ৰশ্ন কৰি উঠিল তেওঁ।

"যিমানেই নেবাজক আপুনি চিন্তা নকৰিব। নিচিন্তে শুবলৈ চেষ্টা কৰক।" অলপ আগবাঢ়ি গৈ কমলেশ্বৰীৰ থহি পৰা চাদৰখন ডিঙিলৈকে টানি দি বিচনাৰ ভাঁজ ঠিক কৰিবলৈ লাগিল চম্পা।

"চাহাব আহিল; তেৱেঁই টো আপোনাক চাবলৈ নতুন ডাক্তৰণীক

আনিবলৈ গৈছিল” বুলি আয়াজনীয়ে কোৱাত কমলেশ্বৰীয়ে আৰু একো মুখুখি মনে মনে বেৰৰ ফালে মুখ কৰি শুই পৰিল।

সেই ৰাতি চম্পাই তেওঁৰ মূৰৰ শিতানত বহিয়েই কটালে। ৰাতিপুৱাৰ অকণমান আগেয়ে মনে মনে আহি পৰ্দা ঠেলি জুমি চাই সেনগুপ্তই দেখিলে নতুন ডাক্তৰণী তেওঁৰ পত্নীৰ মূৰৰ শিতানৰ চকীতেই গভীৰ টোপনিত। খুচুৰ পদচাপত তাই যেতিয়া সাৰ পাই উঠিল, বেলি তেতিয়া প্ৰায় বহুত দূৰ পালেহি। গৃহস্বামিনী এনেকৈ অজ্ঞানৰ দৰে টোপনিত লালকাল হৈ আছিল যেন আকৌ অচেতন হৈ পাৰিল।

“বৰ ভাগৰি পৰিছিল ছাগৈ আপুনি? চকীতেই কোঁচমোচ খাই শুই পৰিছিল। দুই এবাৰ মই চাই গৈছিলোঁহি। ভাবিছিলোঁ, আপোনাক জগাই মযুৰী বেবীৰ কমলৈকে লৈ যাওঁ। তাত এখন খালী পালেঙ আছিলেই। আপুনি অকণমান আৰাম কৰি শুব পাৰিলেহেঁতেন। পিছে ভয় লাগিল কিজানি আপুনি খঙেই কৰে! চাহ এপিয়লা লৈ আহিছোঁ। আপুনি খাই লওক। মা এতিয়াওতো শুয়েই আছে।”

“প্ৰথমতে মই হাত মুখ ধুই লওঁ খুচু। বাথৰুম ক’ত আছে বাৰু?” বুলি চম্পা ধীৰে ধীৰে উঠি গ’ল। কমলেশ্বৰীৰ ৰেচমি চাদৰখন তললৈ আকৌ পৰি যোৱাত ওপৰলৈ তুলি দি তাইৰ দৃষ্টি আকৌ শুভ্ৰ বাহুত খোদাই কৰা শ্ৰীশ্ৰীগুৰু কেনাৰামৰ অধম দাসী বুলি লিখা কথাষাৰীত থমকি ৰ’ল।

উস্! কিযে ৰহস্যময়ী এই গৃহস্বামিনী। কোন গুৰুৰ বাৰু চৰণদাসী এই মহিয়সী ৰাণী?

“আহক! আহক! বাইদেউ, কিযে মূৰ্খ মই” বুলি জিতা

কামুৰি তাইৰ সন্মুখত ঠিয় হোৱা খুহুৰ আগদাঁত নোহোৱা মৃদু হাঁহিত সোতোৰা পৰা মুখখন উজ্জ্বল হৈ পৰিল। "ইস্ প্ৰথমেই আপোনাক বাথৰুম দেখুৱাই দিব লাগিছিল। মুখ হাত নোধোৱাকৈনো বাৰু কেনেকৈ চাহ খাব। কিন্তু মা যেতিয়া অচেতন হৈ পৰে, তাৰ আবেশ এই হতভাগীৰ ওপৰতো পৰে। সকলো কথাই মই পাহৰি পেলাওঁ। একেবাৰেই হুচ নাথাকে" বুলি তাই এটা সৰু সুৰঙ্গৰ দৰে গলিৰে চম্পাক লৈ যাবলৈ ধৰিলে। অকণমান দূৰ গৈয়ে তাই এখন দুৱাৰ খুলি দিলে।

"ময়ূৰী বেৰীৰ বাথৰুম। আপুনি ইয়াতেই ভালকৈ মুখহাত ধুই লওক। মই ইয়াতেই ঠিয় হৈ আছোঁ।"

বাথৰুমলৈ গৈয়েই চম্পাই গৃহস্বামীৰ বৈভৱৰ সুস্পষ্ট চাপ দেখি আকৌ এবাৰ চকিত হৈ পৰিল। আজিলৈকে তাই বাথৰুমৰ এনেকুৱা সমৃদ্ধি বিদেশী মেগাজিনৰ পাততহে দেখিছিল। বহুত দিনৰ আগতে এবাৰ তাইৰ এক বান্ধবীৰ লগত বম্বেত ফুৰিবলৈ যাওঁতে সিহঁতৰ স্কাইস্কেপাৰ বাথৰুম দেখিও তাই এনেকৈয়েই ভেবা লাগি চাই ৰৈছিল। এই পৰিছন্ন স্বচ্ছতাত, পৰিমাৰ্জ্জিত ৰুচিত কোনো ৰাজকন্যাও কোনো সঙ্কোচ নোহোৱাকৈ পালেঙ পাৰি শুব পাৰিলে-হেঁতেন। টয়লেটৰ ওপৰৰ ফেন, বাথটাবৰ ওপৰত লগা ফেন, ৰঙীন গৰম আৰু ঠাণ্ডাৰ ভিন্ন চাৱাৰ, বেৰত আঁৰি থোৱা সোণালী কাৰুকাৰ্য্যখচিত ময়ূৰপঙ্খী ভেনিশিয়ন দৰ্পণ, ষ্টিলৰ ট্ৰেত সজাই থোৱা বাথচল্ট আৰু নানান নাম নজনা শৰীৰচৰ্চ্চাৰ বটল, বিদেশী সুবাসেৰে আমোলমোলোৱা কোনোবা বিদেশী স্ন' আৰু ইম্পৰটেড টেলকাম পাউদাৰ, ষ্টীলৰ আলনাত আঁৰি থোৱা কোমল মখমলি হৰেক চাইজৰ বাথটাৱেল, ফুটটাৱেল আদিয়ে চম্পাক সম্মোহিত কৰি তুলিলে।

হাতমুখ ধুই চম্পাই ভুলতে অন্য এখন দুৱাৰ খুলি অন্য এক অজান কক্ষত সোমাই পৰিল। পালেঙত শুই থকা কিশোৰীক দেখি তাই অপ্ৰস্তুত হৈ পৰিল। লেচ লগোৱা পাতল

জিঁয়া পাখিৰ দৰে নাইটিটো কলাফুলৰ বহুত ওপৰলৈকে উঠি পৰিছে। দুই বাহু মেলি বিৰাট পালেঙখন ঘেৰি তললৈ মুখ কৰি এজনী ক্ষীণ কিশোৰী শুই আছে। আৰু তাইৰ ছুটিকৈ কটা চুলিখিনিয়ে গোটেই মুখমণ্ডল ঢাকি ধৰিছে। দুটা ডাঙৰ গাৰু বিচনাৰ দুয়োফালে সিঁচৰিত হৈ থকা দেখি এনেকুৱা অনুমান হয় যেন শোৱাৰ আগতে ছোৱালীজনীয়ে পিল’ ফাইট কৰিহে শুইছে। দুৰ্ব্বল পাতল ক্ষীণ শৰীৰ অনুপাতে কোনোবা কিশোৰৰ দৰে পুষ্ট কৰঙন দেখি সংস্কাৰশীল চম্পাৰ চকু নিজে নিজেই মুদ খাই পৰিল। তাই নিজে যেতিয়া শোৱে তাইৰ ভৰিৰ পতাও কোনোৱে দেখিবলৈ নাপায়। গভীৰ টোপনিতো তাই মূৰলৈকে কাপোৰেৰে ঢাকি মৰাশৰ দৰে হৈ শোৱে। ভনীয়েক জুহি যেতিয়া তাইৰ কাষত শুইছিল তাই ৰাতি উঠি উঠি অসাৱধানভাৱে শোৱা ভনীয়েকৰ কাপোৰ ঠিক কৰি দিছিল। তাকে দেখি কেতিয়াবা জুহিয়ে খঙতে কয়— “ৰাতি উঠি উঠি কি কৰি থাকাহে তুমি? নিজেও নোশুৱা আৰু লোককো দিগদাৰ কৰি থাকা।”

“দেখা নাই ইডিয়ট? শাড়ী গৈ হাফপেণ্ট হৈ পৰিছে, এতিয়া যদি ৰামসিং চাহ দিবলৈ আহে।” চম্পাই উত্তৰ দিয়ে।

আজি এই নিদ্ৰামগ্ন অপৰিচিতা কিশোৰীৰ অসাৱধান মুদ্ৰা দেখি বহুত দিনতে বিচ্ছেদ হোৱা ভনীয়েক জুহিলৈ বাৰে বাৰে মনত পৰি গ’ল চম্পাৰ। তাই ঠিয় হৈ অপলক দৃষ্টিৰে চাই থাকিল সেই ক্ষীণাঙ্গী কিশোৰীলৈ। “আপুনি ছাগৈ ভুলতে ময়ুৰী বেবীৰ কোঠাৰ দুৱাৰ খুলিলে। আহক চুলিখিনি ঠিক কৰি লওকহি। এইয়া, এইফালে”। খুডুয়ে কোৱাতহে তাইৰ চেতনা ঘূৰি আহিল।

“নালাগে, নালাগে খুডু। কৰবাত সাৰ পাই যাব।” তাই লাহে লাহে ফুচফুচাই কলে। কিন্তু সজোৰে হাঁহি দিলে খুডুৱে— “কিযে কয় আপুনি বাইদেউ, ময়ুৰী বেবীৰ কেতিয়াবা টোপনি ভাঙেনেকি? আপুনি নিশ্চিন্ত থাওক টোপনি পুৰা

নোহোৱাকৈ ময়ূৰী বেৰী কেতিয়াও মুঠে। ইমান দীঘল চুলি আছিল ময়ূৰী বেৰীৰ। এতিয়া চাওকচোন কাটি-কুটি কি গতি কৰি পেলালে। বাইদেউ চুলি দেখিতো আপোনাক একেবাৰেই বঙালী যেন লাগে। তাতে আপোনাৰ চকুমুখো একেবাৰে বঙালী চেহেৰাৰ লগত মিল আছে।”

“কিন্তু তোকটো একেবাৰেই বঙালী যেন নালাগে। ইমান সুন্দৰ হিন্দী তোৰ মুখত শুনি বিশ্বাসেই নহয় তইযে বঙালী” বুলি চম্পাই কোৱাত খুকুৰ চেহেৰা একেবাৰে গম্ভীৰ হৈ গ'ল।

“মই বঙালী নহয় বাইদেউ। মাৰ লগত যেতিয়া আহিছিলোঁ তেতিয়া মই কুমাৰী আছিলোঁ। আৰু এতিয়া ইয়াতে বিয়াবাৰু কৰাই একেবাৰে বঙালী হৈ পৰিলোঁ। আচলতে মোৰ মাৰ ঘৰ বেনাৰচৰ ওচৰৰ চাঁদপুৰ গাওঁতহে। কিন্তু এতিয়া মোৰ সেই গাওঁৰ লগত একো সম্বন্ধই নোহোৱা হৈ পৰিল।”

মতা মানুহৰ দৰে হতঙা মানুহজনীক প্ৰথম দেখি চম্পা চক খায়েই উঠিছিল। তাই যদি পুৰুষৰ বেশেৰেও কেতিয়াবা কাৰোবাৰ সম্মুখত ঠিয় হয়, কাৰো সাধ্য নাই তাইক পুৰুষ নহয় বুলি কোৱাৰ। পটাৰ দৰে সমান চেপেটা বুকু, বেকব্ৰাচ কৰি আঁচুৰা চুপাৰিৰ দৰে সৰু খোপা, ডাঙৰ ওঁঠ আৰু ওঁঠত সামান্য মুচৰে সৈতে তাইক নাৰীতকৈও পুৰুষ যেনহে বেচি দেখিছিল। তাইৰ অকল চেহেৰাই নহয়, উঠা বহাৰ ধং, বলিষ্ঠ হাতেৰে চাধা মলি থকা দৃশ্য আদি সকলোতে নাৰীতকৈ পুৰুষৰ ৰূপহে স্পষ্ট হৈ পৰিছিল। কিন্তু তাইৰ হাঁহিত সদাই শিশুৰ সৰলতা আছিল। হাঁহিটোৱেই গোটেই মানুহজনীৰ মুখ্য আকৰ্ষণ আছিল।

“তেতিয়াহলে তোৰ মাও বঙালী নহয়?” প্ৰশ্ন কৰি চম্পা অপ্ৰস্তুত হৈ পৰিল। এনেকৈ বেপি বেপি প্ৰশ্ন সোধাৰ স্বভাৱটো তাইৰ কেতিয়াও নাছিল। কিন্তু এই ৰসস্নময়ী প্ৰাসাদৰ বিচিত্ৰ পৰিবেশে তাইৰ সুপ্ত নাৰীসুলভ কৌতুহলক জগাই তুলিলে।

সুন্দৰী গৃহস্বামিনী এক ৰহস্যময়ী তেওঁ। অজ্ঞান হৈ পৰি আছে। কিশোৰী কন্যা অস্বাভাৱিক নিদ্ৰাত মগ্ন। পত্নীৰ অজ্ঞান ভাব আঁতৰ হোৱাৰ পিচতো স্বামীয়ে এবাৰো দেখা কৰিবলৈ অহা নাই। বঙালী হোৱা সত্বেও গৃহস্বামিনীৰ হাতত দেৱনাগৰী খোদাই কৰা। এই বিৰাট ঐশ্বৰ্য্য-বিভূতিৰ মাজতো মহিলাগৰাকী কোনোবা গুরু কেনাৰামৰ দাসী হোৱাৰ উল্লেখ। দুৱাৰৰ দৰে প্ৰশস্ত খিৰিকিৰে সূৰ্য্যৰশ্মি আহি কাচৰ দৰে উজ্জ্বল মজিয়াত পৰি মুকুতাৰ দৰে ৰং চতিয়াইছে। এই সকলোবোৰ মিলি চম্পাক এক অজ্ঞান শিহৰণত কঁপাই তুলিলে। লগত আহি থকা পুৰুষৰ দৰে লগা খুড়ুৰ খোপাটো চম্পাৰ হাতৰ আঙঠিত লাগি চুলিখিনি খুলি চাৰিওফালে সিঁচৰিত হৈ পৰাত তাই দেখিবলৈ আৰু বিকৃত হৈ পৰিল। উস! ৰাতি বাৰু তাই কেনেকৈ এই ৰহস্যময় পৰিবেশত কটাব পাৰিলে? কিবা এটা অঘটন হোৱা হলে চিঞৰ বাখৰ কৰিও তাই কাৰো সহাঁৰি নাপালেহেঁতেন। ভাবি তাইৰ বুকুখন চিৰিংকৈ উঠিল।

"এই যে আসুন দিদি।" মাজে মাজে বঙালী কৈ খুড়ুৱে নিজেই লাজ পাই জিভা কামুৰি ধৰিলে। "পাহৰিয়েই গৈছোঁ এই হতভাগীয়ে আপুনিও যে মোৰ মাৰ দেশৰ মানুহ।"

স্বামিনীৰ কোঠাৰ পৰ্দ্দা ঠেলি কোনোবা ৰাজমহলৰ দাসীৰ নম্র মুদ্ৰাত থিয় হৈ ৰ'ল চম্পা। তাই নিজৰ ৰোগীৰ কোঠা পাই দেখিলে যে তাইৰ ৰোগীয়ে পিঠিত গাৰু দি বেৰত আউজি এখন হালধীয়া জিলৰ কিতাপ চাই আছে। ৰাতিৰ মেঘমুক্ত কৌমুদীৰ দৰে উজ্জ্বল মুখমণ্ডল দেখি নাড়ী চাবলৈ পাহৰি যোৱা মুখৰ জ্যোতি অলপ ম্লান পৰি যোৱা যেন লাগিল চম্পাৰ। তাইৰ এনেকুৱা লাগিল যেন বহুত দেৰিৰ অচেতনতাই তেওঁক একেবাৰে নিষ্প্ৰাণ কৰি পেলাইছে। চকুৰ পলক পেলাবলৈও যেন তেওঁৰ শক্তি নোহোৱা হৈ পৰিছে। ক্লান্ত দৃষ্টি নিক্ষেপ কৰি তেওঁ মধুৰ

কোমল হাঁহিৰে কলে — "আপোনাক কালি ৰাতি বৰ কষ্ট দিলোঁ ডাক্তৰ বোণী। এইয়া মোৰ দুৰ্ভাগ্যই। আপোনাৰ লগত প্ৰথম পৰিচয় হল। তাকো বেমাৰৰ জৰিয়তেহে। বহুত দিনৰ পৰাই মোৰ স্বামীয়ে কৈ আছিল ময়ুৰী আহিলেই হস্পিতালৰ গোটেই ষ্টাফকে মাতি টিপাৰ্টি এটা দিব বুলি। কিন্তু তেওঁৰ জানো এধানমানো সময় আছে এইবোৰ চাবলৈ।" এই বুলি অভিযোগৰ সুৰত কথাষাৰ কৈ তেওঁ যেন কিবা ভাবত বিভোৰ হৈ পৰিল।

"নাই, নাই মোৰ কি কষ্ট? এয়াতো মোৰ কৰ্ত্তব্যই মিচেচ সেনগুপ্ত। এতিয়া আপুনি গা কেনেকুৱা পাইছে? অকমান ফলৰ ৰস খাবনে?" চম্পাই কমলেশ্বৰীৰ হাতৰ নাড়ী ধৰি নিজৰ হাতৰ ডাঙৰ ঘড়ীৰ চেকেণ্ডৰ কাটালৈ চাই ৰ'ল।

"মায়ে ফলৰ ৰসচস একো নাখায়। তাতকৈও ডাঙৰ অন্য ৰসহে খায়, নহয় মা!" বুলি কোৱা কথাত চম্পাই চক খাই ঘূৰি চাই দেখিলে পৰ্দ্দাত ভৰিৰ তলুৱালৈকে পৰা এক বিচিত্ৰ পৰিধানৰে এক কিশোৰী মিচিকিয়াই ঠিয় হৈ ৰৈ আছে। তেতিয়া হলে এয়াই ছাগৈ ময়ুৰী বেৰী! চম্পাই ভাবিবলৈ ধৰিলে।

গা নচুৱাই ময়ুৰী আহি চম্পাৰ একেবাৰে কাষত ঠিয় হোৱাত বিচিত্ৰ এক তীব্ৰ সুগন্ধত চম্পাও ঠিয় হৈ পৰিল। তাইৰ এনেকুৱা লাগিছিল যেন গোটেই চেণ্টৰ বটলটোকে, যি মন যায় তাকে কৰা ছোৱালীজনীয়ে, গাত ধালি আহিছে।

"অ' আপুনিয়েইনেকি আমাৰ নতুনকৈ অহা ডাক্তৰণী? কিন্তু আপোনাকতো একেবাৰেই অকণমান ছোৱালীৰ দৰে লাগিছে। আপুনি গৰ্ভৰ পৰা ভূমিষ্ঠ হৈয়ে মেডিকেল কলেজত জইন কৰিছিলনেকি?" ময়ুৰীয়ে হাঁহিবলৈ ধৰিলে।

ময়ুৰীৰ কথা শুনি কমলেশ্বৰীৰ মুখ বিষন্ন হৈ পৰিল। "কি ছোৱালী তুমি বেৰী? গুৰুজনক তেনেকৈ কব নাপায় নহয়" বুলি কোৱা মাকৰ কথাত, বিশেষকৈ "গুৰুজন" কথাষাৰত ময়ুৰী

আৰু জোৰেৰে হু হুৱাই হাঁহি উঠিল।

"টেল মি এনাডাৰ মামি, এথেতক গুৰুজন বুলি কৈছা? আপোনাৰ বাৰু কিমান বয়স হ'ল ডাক্তৰণী চাহিবা? আই বেট, বাইচো ছাগে আপোনাৰ পুৰা হোৱা নাই।" চম্পাই সেই প্ৰগলভা উদণ্ড কিশোৰীৰ উদণ্ড প্ৰশ্নৰ উত্তৰত নিজৰ শান্ত দৃষ্টি অলপ সময়ৰ বাবে নিবদ্ধ কৰি অন্যমনস্কতাৰে খিৰিকিৰ ফালে চাই ৰ'ল। ময়ূৰীৰ চকুত এতিয়াও উদণ্ড শিশুৰ অবোধ চাৱনি। কিন্তু ৰাতি উজাগৰে থকাৰ চিন চকুৰ তলৰ ক'লা ৰেখাই স্পষ্ট কৰি তুলিছে। অলপ আগতে দেখা অহা অবাধ্য কটা চুলিখিনি এডাল ৰবৰে টানি বান্ধি থোৱাত তাইৰ মুখমণ্ডল কমনীয় হৈ ওলাই পৰিছে। তাই গাৰ ৰং মাকৰ পৰা পাইছে; কিন্তু চঞ্চল চেহেৰাৰ এক এক ৰেখা বাপেকৰ দৰেই। ঠিক তেনেকুৱাই ব্যঙ্গাত্মক হাঁহি, কপালৰ কুঞ্চিত ৰেখাত স্পষ্ট অহঙ্কাৰৰ নিষ্ঠুৰ আখৰে লিখা পৰিচিত লিপি আৰু বাৰে বাৰে ৰং সলোৱা সেই একেই চকুৰ দৃষ্টি।

"ময়ুৰী সোণজনী! যাচোন খুহুক কইয়াতে চাহ জলপান দি যাওকহি।"

বৰ অনিচ্ছাৰেহে ময়ূৰী বহাৰ পৰা উঠিল আৰু তাইৰ ময়ূৰপঙ্খী ৰঙৰ কাফটানটোৰ ডাঙৰ ডাঙৰ ফুলৰ ছাপ দেখি কমলেশ্বৰী বিতৃষ্ণাৰে ভোৰভোৰাই উঠিল। জানো, ক'ৰ পৰাযে এই অদ্ভুদ ৰং অদ্ভুদ ছাপৰ কাপোৰ বিচাৰি আনে এই ছোৱালী-জনীয়ে! যি কাপোৰৰ লেপ চিলাই এদিন মই চাকৰ-বাকৰক দিছিলোঁ, তাকে কাপোৰ পিন্ধিলেহে গা শাঁত পৰে তাইৰ। এয়ানো পোচাকনে?"

"তুমি বিচনাত শুই শুই তোমাৰ ডায়েৰি পঢ়া, মোৰ কাপোৰকানিৰ চিন্তা কৰি মূৰ ঘমাবৰ তোমাৰ কোনো দৰকাৰ নাই বুজিছা! এই কাপোৰৰে সাতটা কাফটান চিলাই জাৰ্মান এম্বেচিলৈ পঠাই মই ৭০০ টকা পাইছোঁ। এতিয়া আৰু

তোমাৰ দিন নাই” বুলি তাই আকৌ নিচ্ছল পদক্ষেপেৰে কোঠাৰ বাহিৰলৈ ওলাই গ'ল।

“এইৰ কথাত কাণ নিদিব ডাক্তৰ যোশি। উদ্বিগ্না কমলেশ্বৰীৰ কণ্ঠস্বৰে যেন ক্ষমা বিচাৰিহে কলে কথাষাৰ। বাপেকেই মূৰত তুলি বেয়া কৰিছে। ইমান ডাঙৰ হ'ল তথাপিও কাৰ আগত কি কব লাগে তাইৰ অকণো কাণ্ডজ্ঞান নাই। আচলতে সকবে পৰাই মিচনেৰী স্কুলত পঢ়ি একেবাৰেই নির্লজ্জ হৈ পৰিছে এই ছোৱালীজনী”।

“নাই, নাই আপুনি বাক মিছাকৈ কিয় বেয়া পাইছে? আৰু শুনক মোক বাৰু আপুনি কিয় বাৰে বাৰে আপুনি আপুনি বুলি কৈ লাজ দিছে? মোৰ নাম চম্পা। আপুনি যদি মোক চম্পা বুলি মাতে মই খুউব সুখী হ'ম। আপুনিতো মোৰ মাৰ দৰেই।”

“বুজিছোঁ, বুজিছোঁ” বুলি এটা দীঘল হুমুনিয়াহ টানি কমলেশ্বৰীয়ে স্নেহত গদগদ কণ্ঠেৰে বাৰে বাৰে আওৰাবলৈ ধৰিলে চম্পা, চম্পা। “ঠিক তোমাৰ চেহেৰাৰ লগত মিল থোৱা নামেই ৰাখিছে তোমাৰ সোণজনী, ঠিক ৰবীন্দ্রনাথৰ চম্পা কবিতাৰ চম্পাৰ দৰেই তুমি ধুনীয়া। চম্পা তুমি ইমান মৌন কিয়? চম্পা কোৱা, কথা কোৱা”— কমলেশ্বৰীয়ে হাঁহি মৰমৰে চম্পাৰ হাতখন জোৰেৰে চেপি ধৰি কলে— “ৰবীন্দ্রনাথৰ কবিতাৰ চৰাইটোৰ দৰে মোৰো তোমাক সুধিবৰ মন গৈছে, চম্পা তুমি ইমান মৌন কিয়?”

চম্পাই সেই অপৰিচিতাৰ আকস্মিক স্নেহ প্রদর্শনত অবাক হৈ পৰিল। “চাহ চেঁচা হৈ গ'ল মিচেচ সেনগুপ্ত” বুলি তাই কথাৰ প্রসঙ্গটো সলাবলৈ চেষ্টা কৰিলে। কিন্তু কমলেশ্বৰী যেন কোনোবা সুদূৰৰ পৰাহে উভতি আহিল। “আৰে, এয়া চাহ কেতিয়া দি গ'লহি খুড়ুৰে?”

“এই মাত্র আনিছোঁ মা। এয়া ইয়াতে আছোঁ।”

"আৰু চাহাবৰ ?" বুলি কমলেশ্বৰীয়ে কৰা প্ৰশ্নত খুহুই কলে "আপুনি খাওক মা, চাহাব চাহ খাই ওলাই গ'ল।" খুহু চাহ বকাত ব্যস্ত হৈ পৰিল।

"ওলাই গ'ল? ক'লৈ ওলাই গ'ল?" গিৰিয়েকৰ আকস্মিক প্ৰস্থানে কমলেশ্বৰীক বিচলিত কৰি পেলালে। "কেতিয়া আহিম বুলি কৈ গৈছে?"

"দেৰি হব কিজানি মা।" স্বামিনীৰ উত্তেজিত তপ্ত প্ৰশ্নত যেন নিজৰ শান্ত শীতল কণ্ঠৰ উত্তৰেৰে ঠাণ্ডা পানী চতিয়াই পৰিবেশটো ঠাণ্ডা কৰিবলৈ চেষ্টা কৰিলে খুহুৱে। "ফেক্টৰিত বোলে কোনোবা মজদুৰ এজনৰ মেচিনত হাত কাটি গ'ল। বসুবাবুৱে ফোন কৰিছিল। খবৰ পাই চাহাব ৰাতি শুৱা কাপোৰেৰেই ওলাই গৈছে।"

"আৰু ময়ূৰী? তায়ো দেউতাকৰ লগতে গ'লনেকি"?

"হয়! চাহাবে মানা কৰিছিল। কিন্তু নুশুনিলে"।

"কিয় মানিব ৰাজনন্দিনীয়ে। অলপো যদি কাণ্ডজ্ঞান থাকিলহেঁতেন এই ছোৱালীজনীৰ। ইফালে মজদুৰৰ হাত কাটিছে, সিফালে খঙত যদি দেউতাকৰ ওপৰতেই সকলোৱে খঙ জাৰে! আজিকালিৰ মজদুৰেতো সদাই মালিকক সুযোগ পালেই মাৰিবলৈ আগবাঢ়ি আছে। তাইৰ বাৰু কি দৰকাৰ আছিল তালৈ যাবলৈ। তাত কিবা চাৰ্কাচ হৈছেনে ইমান লৰালৰিকৈ দৌৰি যাবলৈ। হে ভগবান, এই বাপেক-জীয়েকে এদিন মোক শ্মশানলৈ নিহে শান্তি পাব।" চাদৰখনৰে মুৰলৈকে ধাকি উচুপি কান্দিবলৈ ধৰিলে কমলেশ্বৰীয়ে।

চম্পা অস্বস্তিৰে মনে মনে ৰহি ৰ'ল আৰু তাই দুৰ্ব্বল হিষ্টিৰিয়াৰ করুণ বিননি বুজি উঠিল। তাইৰ মধুৰ কণ্ঠস্বৰে কেতিয়াবা ৰোগীক কোৰামিনৰ দৰেই অধিক প্ৰভাৱশালী কৰি তোলে।

"মিচেচ সেনগুপ্ত, উঠক এনেকৈ কান্দি থাকিলে আৰুহে আপোনাৰ শৰীৰ বেয়া হৈ যাব। আৰু মোৰো যাবলৈ দেৰিয়েই

হ'ল।" কোৱাকথাবাৰ শুনি "কি ? তুমিও মোক এৰি গুচি যাবা ? এতিয়াই গুচি নাযাবা চম্পা মোৰ বহুত কথাই তোমাক কবলৈ আছে" বুলি তেওঁ চকুপানী মচি বহি পৰিল। আৰু তেওঁৰ মুখমণ্ডল এক অস্বাভাৱিক সম্ভ্ৰম মিহলি আভাৰ জ্যোতিৰে আলোকিত হৈ পৰিল।

"মইতো এতিয়া আপোনাৰ ওচৰলৈ আহিয়েই থাকিম। আপোনাৰ এতিয়া শৰীৰ ভাল নহয় মিচেচ সেনগুপ্ত। মই এটা ইনজেকচন দি যাওঁ আপোনাক। আপুনি অকমান নিশ্চিন্ত হৈ আৰাম কৰি শুই থাওক।" তাই কোমলকৈ হাঁহি উঠিল। কিন্তু কমলেশ্বৰীয়ে তাইৰ হাতত ধৰি এক অবোধ শিশুৰ দৰেই কৈ উঠিল, "নহয় তুমি যোৱাৰ আগতেই তোমাক মই কিছুমান ব্যক্তিগত কথা ক'ব খুজিছোঁ চম্পা ! সৰু ঠাই, ক'ৰবাত কিবা শুনি তুমি বিচলিত হৈ পৰিবা। আগেয়ে ময়েই তোমাক সকলো কথা কৈ পেলাব বিচাৰিছোঁ। তাতে এতিয়া ময়ূৰীও নাই।"

"থাওক মিচেচ সেনগুপ্ত অন্য এদিন কব। আপুনি এনেয়ে দুৰ্ব্বল।" চম্পাই শুনিবলৈ ইচ্ছা থকা সত্বেও জানিবুজিও সেইদৰে কৈ উঠিল। "এতিয়াওতো কিমান কথাই আপোনাৰ শুনিছোঁ। বঙালী হৈও আপুনি কোৱা মিঠা সাৱলীল হিন্দী শুনি সঁচাই মই মুহিত হৈ পৰিছোঁ মিচেচ সেনগুপ্তা। ইয়ালৈ আহিবৰে পৰা হিন্দী শুনিবলৈ মই কিমানযে ব্যাকুল হৈ পৰিছোঁ। এতিয়া যেতিয়াই মন বেয়া লাগে, আপোনাৰ ওচৰলৈকে গুচি আহিম। ক'ত শিকিছিল বাৰু আপুনি হিন্দী" ?

"চোৱা, কি আঁকৰী ছোৱালী। সুধিছা হিন্দী ক'ত শিকিছিলোঁ ! মাকৰ ওচৰত জানো কোনোবাই মা কবলৈ শিকে আঁকৰী ! হিন্দী ভালকৈ নকৈনো মই কি ভাষা ভালকৈ কব পাৰিম। উত্তৰ প্ৰদেশৰেইতো ছোৱালী মই"— বুলি এক দীঘলীয়া নিশ্বাস টানি তেওঁ আকৌ মৌন হৈ শুই পৰিল।

অবাক হৈ চম্পাই তাইৰ করুণ আয়ত চকুৰ পলক উঠাই তেওঁলৈ চোৱাত তেওঁ ম্লান করুণ হাঁহিৰে মুখমণ্ডল করুণ কৰি কবলৈ ধৰিলে— "মোৰ মাৰ ঘৰ এদিন বেনাৰসতেই আছিল। কিন্তু ভাৰতৰ আধ্যাত্মিক বেনাৰসত নহয়, সঙ্গীত, নৃত্যৰে ঐশ্বৰ্যময়ী আনন্দময়ী বেনাৰসতহে। বুজিছা? বুজা নাই?" তেওঁ জোৰেৰে হাঁহি উঠিল আৰু চম্পাৰ থুঁতৰি স্পৰ্শ কৰি করুণ সুৰৰে লাহে লাহে কবলৈ ধৰিলে— "মোৰ আইতা আছিল পেচাদাৰ কথক নৰ্ত্তকীৰ কন্যা। এতিয়া ছাগে নিশ্চয় বুজিছা। সেই সময়ত কাশীৰ সঙ্গীতক্ষেত্ৰ ঐশ্বৰ্য্যময়ী আছিল। আৰু সেই ঐশ্বৰ্য্যময়ী ক্ষেত্ৰতেই একমাত্ৰ সম্ৰাজ্ঞী আছিল মোৰ আইতা ৰাণী চন্দ্ৰবদনী। ককাৰ লগত বিধিবত হোমৰ সাক্ষী নোহোৱাকৈ বিয়া হোৱা সত্বেও মুকুটবিহীন ৰাণীয়েই আছিল মোৰ আইত।" তেওঁ হাঁহিবলৈ ধৰিলে আৰু সেই বিকৃত হাঁহিত এপলকৰ কাৰণে হলেও চম্পা বিহ্বল হৈ পৰিল।

"তেতিয়াৰ পৰাই আমাৰ বংশৰ প্ৰত্যেক ৰাজকন্যাই নামৰ আগত ৰাণী পদবী স্বয়ং লিখি লৈছিল। চাবা নেকি?" তেওঁ নিজৰ বাহুৰ খোদাই কৰা প্ৰমাণপত্ৰ চম্পাৰ আগত দাঙি ধৰিলে। "গুৰু কেনাৰামেই আমাৰ কুলগুৰু। নিজৰ যৌৱন কালত যেনেকুৱা অসামান্যা গায়িকা আছিল মোৰ আইতা, তেনেকুৱা অসামান্যা ৰূপৱতীও আছিল তেওঁ। মানুহে কৈছিল পান খাই পানৰ গোলাপী ৰসৰেই তেওঁৰ কণ্ঠস্বৰত মধুৰ ৰস সঞ্চাৰিত হৈছিল। তেওঁৰ সঙ্গীতজ্ঞান এনেকুৱা আছিল যে ডাঙৰ ডাঙৰ ওস্তাদেও তেওঁৰ ওচৰত পৰাজয় স্বীকাৰ কৰিছিল। এদিন তেওঁ পৰজ গাই আছিল আৰু কোনোবা শ্ৰোতাই ফুচফুচাই কথা পতা শুনিলে যে এয়া পৰজ গাইছেনে বসন্ত ৰাগ গাইছে। বাচ আৰু কথা নাই। আইতাই ৰণচণ্ডী মূৰ্ত্তি ধৰিলে।

"কি কলে ডাঙৰীয়া, আপুনি মোক পৰজ আৰু বসন্ত

ৰাগৰ পাৰ্থক্য শিকাবলৈ আহিছে ! তেওঁ বসন্ত আৰু পৰজ ৰাগৰ পাৰ্থক্য বুজাই দুয়োটা ৰাগ এবাৰ এবাৰ গাই শুনোৱাত সকলো শ্ৰোতা স্তব্ধ হৈ পৰিল। মোৰ মাৰ সঙ্গীত-শিক্ষক মোৰ আইতা নিজেই আছিল। কিশোৰী অৱস্থাৰ পৰাই স্বয়ং বাক্‌দেৱীহে যেন তেওঁৰ কণ্ঠত থিতাপি লৈছিলহি। বেনাৰসৰ কোনো সামাজিক ক্ৰিয়াকলাপ হওক, সঙ্গীত-জলচা হওক সকলোতে মোৰ মাৰ উপস্থিতি এক অপৰিহাৰ্য্য অঙ্গ হৈ পৰিছিল। যি প্ৰসিদ্ধ ইমাম বান্দীয়ে বেঙ্গলৰ সঙ্গীত আকাশত তোলপাৰ লগাইছিল, তেওঁৰেই শিষ্য দ্বিজেন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা ঠুমৰী শিকিছিল মোৰ মাই। মিৰজাপুৰৰ চৌতি, বিন্ধ্যাচলৰ ফাকুৱা গীত, গজল, ঠুমৰী, যিয়েই নাগাওক, শ্ৰোতা সদাই মুগ্ধ হৈ উঠিছিল মাৰ কণ্ঠস্বৰত। এবাৰ মোৰ আইতাই কৈছিল. মায়ে গোৱা কোনো এক বিশেষ গজল শুনিয়েই গজলৰ প্ৰসিদ্ধ গায়ক কালিমিৰ্জাও হেনো স্তব্ধ হৈ পৰিছিল। বিদ্যাধৰী মোৰ আইতাৰ পাতি লোৱা ভনীয়েক আছিল। তেৱেঁই আহি মাজে মাজে মোৰ মাৰ দোষ ত্ৰুটি শুধৰাই গৈছিলহি। সেই সময়ত বেনাৰসত কোনো জলচাৰ পৰা বাহ বাহ পোৱা ধেমালি কথা নাছিল। শ্ৰোতাবৃন্দৰ ভিতৰত এনেকুৱা গুণী শ্ৰোতা আছিল, যি বিখ্যাত ৰাজেশ্বৰীৰ চৌতি শুনিছিল, হুস্নাৰ খেয়াল, সৰস্বতীৰ ধ্ৰুপদ্ আৰু বিদ্যাধৰীৰ পৰা ঠুমৰী। এই সকলোবোৰ শুনা কাণক জানো যেয়ে সেয়ে মুহিত কৰিব পাৰে ? কিন্তু মোৰ মায়ে যেতিয়া একেবাৰে সাজু হৈ সভাত গাবলৈ বহে আসৰত ৰসবিভোৰ শ্ৰোতাই মুগ্ধ হৈ উশাহ সলাবলৈও পাহৰিছিল। গোটেই ৰাতি গান শুনিয়েই কটাইছিল। কিন্তু এদিন মায়ে স্বয়ং এই সকলো খ্যাতি, যশ ভৰিৰে ঠেলি গঙ্গাৰ পাৰত এক সৰু কুটিৰত বাস কৰিবলৈ ললে। যাৰ গানৰ ওচৰত কেতিয়াবা এদিন চন্দ্ৰাৱতী, মেহেন্দী, বড়ে মতীবাই আদি প্ৰসিদ্ধ গায়িকায়ো হাৰ মানিছিল, ঠুমৰী, গজল, খেয়াল আদি গোৱা মাৰ কণ্ঠৰ

ওচৰত সেই কণ্ঠতেই ধ্বনিত হ'ল তুলসিদাস আৰু মীৰাৰ ভজন। মোক মোৰ আইতাৰ কাষতেই এৰি থৈ কাকো একো নোকোৱাকৈ মা এদিন ঘৰৰ পৰা ওলাই গ'ল। আইতাই কিমান বুজালে, কিমান কন্দাকটা কৰিলে, কিন্তু মাক একোৱেই টলাব নোৱাৰিলে। মাত্র কলে "মোক যাবলৈ দিয়া মা। গুৰু কেনাৰামে মোক সপোনত কৈছে— আইজনী ঠুমৰী, গজল, খেয়াল, দাদৰা এৰ। যদি গান গাবই খুজিছ, তেনেহলে শ্রীধৰ গোপালৰ মধুৰ কীৰ্ত্তনৰ মধুৰ গুণগান কৰ।"

আৰু লাহে লাহে আইতাই সদাই শুনিবলৈ পালে যে মায়ে আজি গুৰু কেনাৰামৰ সভাত তুলসিদাস, কালি বাগেশ্বৰী মন্দিৰত বাগেশ্বৰীৰ স্তোত্র-বন্দনা আৰু অন্য এদিন পঞ্চগঙ্গা ঘাটৰ বৃহৎ ভজনত বিনয়পত্রিকাৰ পদ গাইছে। তেওঁ শাওন মাহটো বিন্ধ্যাচল পৰ্ব্বতত কটাবলৈ ধৰিলে আৰু বহাগ কটালে কাশীৰ বিভিন্ন ঘাটত। সেই বহাগৰ শুক্লা পঞ্চমীত প্রত্যেকেই ঘাটত পূজা দিবলৈ আহে। এদিন মনিকৰ্ণিকা ঘাটত পূজা দিবলৈ আহোঁতে ভৰি পিছলি পৰিল আৰু পুণ্য ভাগীৰথীয়েই অনন্তকালৰ বাবে আশ্রয় দিলে মোৰ মাক। গুৰুৱে মাক ঠিকেই সপোন দেখুৱাইছিল চম্পা! তেওঁ জানো সাধাৰণ গুৰু আছিল? আমাৰ নিচিনা অভাগীক তেওঁ ধৰ্ম্মপথৰ নিদৰ্শন দিলে। মোৰ মায়ে নিজৰ কলুষিত জীৱনৰ পৰা মুক্তি পাবলৈ কিমান মহাত্মাৰ ওচৰলৈযে গৈছিল তাৰ সীমাসংখ্যা নাই। কিন্তু সকলোৱেই ঘৃণাত মুখ ঘূৰাই নিছিল। গুৰু কেনাৰামেহে তেওঁক দীক্ষা দিছিল। তেতিয়াৰ পৰাই আমাৰ নিচিনা অভাগীসকলৰ গুৰু হৈ পৰিছিল গুৰু কেনাৰাম। মাৰ মৃত্যুৰ পিছতেই আইতাই মোক মাৰ মাহীয়েকৰ ওচৰলৈ ময়ূৰভঞ্জলৈ পঠাই দিছিল। বহুত বছৰৰ আগতেই মোৰ মাহীআইতা ময়ূৰভঞ্জ জাগীৰদাৰৰ পত্নী হৈ অতি প্রতিষ্ঠাৰে জীৱন কটাইছিল। আৰু মাহী আইতাৰেই মাহীয়েকৰ দেওৰেকেইতো মোৰ স্বামী। তাতেই এখেতে মোক এবাৰ দেখিছিল আৰু ঘৰৰ

সকলোৰে কথা অমান্য কৰি সকলোৰে লগত শত্ৰুতা কৰি মোক বিয়া কৰাই আনিলে। আৰু এতিয়া মোৰ কাৰণে এয়াই কাশী, চম্পা।”

চম্পাই সেই তেজস্বী মহিলাৰ করুণ ম্লান হাঁহিৰ একো উত্তৰ দিব পৰা নাছিল। কিযে বিচিত্ৰ আত্মকথা এই মহিলাৰ।

“তুমি মোৰ বেমাৰৰ উৎস বিচাৰি নোপোৱা চম্পা। মোৰ বেমাৰ শৰীৰৰ নহয়, মোৰ বেমাৰ মনৰহে সোণজনী।” চম্পাৰ শিথিল হাত তেওঁ সজোৰে চেপি ধৰিলে,— “মোক মাৰ স্মৃতিৰ বোজাই সদাই মৃত্যুৰ মুখলৈ ঠেলি নিচে চম্পা। কেতিয়াবা চকুৰ আগত ভাঁহি উঠে সোণৰ পান-বটাৰ পৰা এক কস্তুৰী পান উলিয়াই আইতাই মুখত ভৰাইছে, তাৰে অকণমান চিঙি মোকো খুৱাই দিছে। মই সেই আইতাৰেই খোৱা পান খাইছোঁ চম্পা।” তেওঁ ফোঁপাই উঠিল আৰু উত্তেজিত হৈ বহি পৰিল। কপালত তেওঁৰ বিন্দু বিন্দু ঘামৰ মুকুতা জিলিকি উঠিল। “মিচেচ সেনগুপ্তা”, বুলি চম্পাই অলপ কঠোৰ স্বৰৰে কৈ উঠিল, —“মোক এটা ইনজেকচন দিবলৈ আজ্ঞা দিয়ক। থুতুক মাতি আপোনাক এটা ইনজেকচন দি যাওঁ।”

“তুমি নাযাবা চম্পা।” কমলেশ্বৰীয়ে তাইৰ চাদৰৰ আঁচলত টানি ধৰি বহুৱাই দিলে। “শুনা তুমি যেতিয়া ৰাতিপুৱা মোৰ কোঠালৈ আহিছিলা, মই সেই কিতাপেই চাই আছিলোঁ। মোৰ অত্যাধুনিক ছোৱালী ময়ূৰীয়ে ইয়াকে মোৰ ডায়েৰী বুলি তাচ্ছিল্য কৰে। নবীন চন্দ্ৰ সেনৰ এই কবিতাটো মোৰ আইতাই নিজেই মোৰ এই বহীখনত লিখি দিছিল। তেতিয়াৰ কাহিনী আজিকালিৰ দৰে নিৰস নাছিল। যেতিয়া ‘বুধুৱা মঙ্গল’ মেলাত কাশীৰ নৰেশ্বৰৰ লগত সাজিপাৰি সুন্দৰকৈ সজোৱা নাৱত মোৰ আইতা উঠিছিল, তেতিয়া সকলো নাৱৰে সৌন্দৰ্য্য ম্লান পৰি গৈছিল আইতাৰ সৌন্দৰ্য্যৰ আগত। কবিতা কাকি শুনিবা?”

"হাসে বানাৰসী, নাচে ভাগীৰথী।
মলয়মাৰুত দেয় প্ৰেমাৰতি, উঠিল সঙ্গীত স্বৰলহৰী॥
এ, পৰাণ মন লহ লহৰী, কাশীৰ প্ৰসিদ্ধ ময়নাৰ গান।
নাচিছে ময়না মদনমোহিনী, আলোকি কাশী নৰেশ তৰণী।
কঁপিতেছে নেত্ৰস্থিৰ ভ্ৰুযুগল, এক নেত্ৰে অশ্ৰু মুকুতা সু-শীতল।
অন্য নেত্ৰে দেখু হাসিতে বঞ্চিত আধ আধ স্বৰ বিৰহে কাতৰ
দুনয়নে অশ্ৰু ভৰে ঝৰ ঝৰ॥"

"তেতিয়াৰ বাৰানসীয়ে হাঁহিছিল চম্পা। আৰু ভাগীৰথীয়ে নাচি উঠিছিল। মলয়া বতাহে প্ৰেমিকক প্ৰেমমুগ্ধ কৰি তুলিছিল। সেই ভাগীৰথীৰ মধুৰ সঙ্গীতৰ স্বৰলহৰীয়ে মন উৰণীয়া কৰিছিল। মদনমোহিনী কাশীৰ বিশেষ সুৰ ময়নাই গাই উঠিছিল আৰু মদনমোহিনী নাচ নাচিবলৈ ধৰিছিল। আৰু তেতিয়া কাশীৰ নৰেশ্বৰৰ নাও আলোকৰে আলোকিত হৈ পৰিছিল। চকু কঁপি উঠে, কিন্তু ভ্ৰুযুগল স্থিৰ, এচকুত অশ্ৰু আৰু ই চকুত হাঁহি। বিৰহকাতৰ কণ্ঠ, আৰু চকুৰ পৰা অশ্ৰু নিজৰি নিজৰি সৰি পৰিছিল।"

কমলেশ্বৰীৰ চকুৰ পৰাও অশ্ৰু নিজৰি নিজৰি বৈ আহি দুয়ো গাল তিয়াই গৈছিল আৰু তেওঁ উন্মাদিনীৰ দৰে বাৰে বাৰে গাই উঠিছিল "এনয়নে অশ্ৰু ভৰে ঝৰ ঝৰ।"

চম্পাই তাইৰ সেই বিচিত্ৰ ৰোগীৰ শীতল কপালত স্নেহেৰে হাত থৈ মৰমৰে কলে,— "মিচেচ সেনগুপ্ত, আপুনি বৰ ভাগৰি পৰিছে। মই আপোনাক এটা ইনজেকচন দি হস্পিতাললৈ যাওঁ। এনেই আপোনাৰ এতিয়া আৰু একো কষ্ট হ'ব নালাগে। তথাপিও যদি আপুনি কিবা কষ্ট অনুভৱ কৰে, মোক ডিউটী কমত ফোন কৰিলেই হ'ব। এইটো ইনজেকচন দিয়াৰ পিচত আপুনি লগে লগেই আৰাম পাব আৰু ভালকৈ টোপনি যাব পাৰিব।"

"তুমি মোক এই ইনজেকচন নিদিলেও মই শুব পাৰিলোঁহেঁতেন চম্পা। তোমাৰ সুন্দৰ কৰুণ মুখ দেখিয়েই মই শুব

পাৰিলোঁহেঁতেন। তোমাক দেখাৰ পিছৰ পৰাই মোৰ যেন বেমাৰ বহুতখিনি উপশম হৈছে।” কমলেশ্বৰীয়ে মৃদু হাঁহিৰে চম্পাৰ হাতখন কপালৰ পৰা আনি বুকুত মৰমৰে সজোৰে সাৱটি ধৰিলে।

“তোমাৰ চকু, তোমাৰ হাঁহি, তোমাৰ সক থুঁতৰি সকলোখিনি মোৰ মাৰ লগত ইমান সাদৃশ্য আছে যে সেই কাৰণেই প্ৰথম মই যেতিয়া তোমাক দেখিছিলোঁ, তেতিয়া চক খাই চকু বন্ধ কৰি ধৰিছিলোঁ। এনেকুৱা লাগিছিল যেন হে প্ৰভু মোৰ মা আজি ছবিখনৰ পৰা ওলাই আহি মোৰ সম্মুখত ঠিয় হৈছেহি নেকি? চোৱাচোন এই ছবিখন মই সদাই গাৰুৰ তলত লৈয়েই শোওঁ।” তেওঁ বিৰ্চনাৰ শকত মেট্ট্ৰেচখনৰ তলৰ পৰা এখন ফটো উলিয়াই আনি চম্পাৰ হাতত তুলি দিলে। ফটোখনত মিচিকিয়াই হাঁহি থকা গাভৰুজনীক দেখি চম্পা সঁচাকৈয়ে আচৰিত হৈ পৰিল। ডাঙৰ ডাঙৰ করুণ চকু, নাকৰ সুন্দৰ গঢ় আৰু অনুপম ওঁঠৰ মধুৰ হাঁহিৰে এইখন তাইৰ আঙঠি পিন্ধোৱাৰ দিনা তোলা ফটোখন নেকি? ইমান সাদৃশ্য কেনেকৈ হব পাৰে? তাইতো নিজৰ সেই ফটোখন দুখ, অপমান, বেদনাত কেতিয়াবাই ফালি-চিৰি লক্ষ্মৌতেই পেলাই দিছিল। তেতিয়াহলে যত্ন কৰি পাহৰিব খোজা অতীতটোক ভগৱানে আকৌ ডুপলিকেট ফটোৰে সজীৱ কৰি তুলিব খুজিছেনেকি? ভগৱানে বাৰু তাইক কিয় প্ৰত্যেক খোজতে দুখ-যাতনা দিবলৈ পাঙি থয়?

ফটোখনৰ সেই করুণ চকুযুৰিৰ পৰা তাই চেষ্টা কৰিও চকু ঘূৰাই আনিব নোৱাৰিলে। ঠিক পেহিয়েকে যেনেকৈ সৰু অকণমানকৈ ওৰণী এখন সেইদিনা দি দিছিল তাইক, ঠিক তেনেকৈয়ে এখন সৰু ওৰণীৰে ঢকা লাজুকী দৃষ্টি সেই ফটোৰ গাভৰুৰ চকুত। কিন্তু কোনোবা বাৰবনিতাৰ জানো এনেকুৱা করুণ চেহেৰা হ'ব পাৰে? ডাঙৰ ডাঙৰ ছাপৰ জৰ্জেটৰ শাৰীৰ

ওপৰত ৰবোদাৰ গুণাৰে কৰা সুন্দৰ মিহি কাম, পাৰ্টী ডিজাইনৰে কৰা শাৰীৰ আঁচলটো ব্ৰচপিনেৰে সুন্দৰকৈ পিন কৰি থোৱা আছে। হাতৰ সুন্দৰ আইনাৰ চুড়ীৰ মাজত আৱদ্ধ হৈ থকা ঘড়ীটো কৌশলৰে উলিয়াবলৈ চেষ্টা কৰি চকীৰ হাত এখনত তেওঁৰ সুন্দৰ মৃণাল সদৃশ্য হাতখন তুলি থোৱা আছে আৰু ইখন হাতেৰে তেওঁৰ লাহী আঙুলি এটা সুন্দৰকৈ ওঁঠত থৈ মিচিকিয়াই আছে। এই সুন্দৰ মোহময় ফটোখন তোলাত নিশ্চয় কেমেৰা সম্পূৰ্ণ সফল হৈছে। ফটোখন চাই থাকি এনেকুৱা লাগিছে যেন কোনোবা যুৱতীয়ে কোনোবা মডেলৰ দৰেই কেইবাবাৰো আইনাৰ সন্মুখত ৰিহাৰ্চেল কৰিহে এই সুন্দৰ মনোমোহা হাঁহি ফটোখনত আৱদ্ধ কৰিবলৈ ৰিচাৰিছিল।

"এই ফটোখন মোৰ জন্মৰ আগেৰেই চম্পা।" কথাকেইটা কৈ কমলেশ্বৰীৰ কৰুণ সুৰ আৰু কৰুণ হৈ পৰিল। "মোৰ দেউতাৰ বৰ-যাত্ৰীৰ লগত চেহেৰা গাঁৱলৈ গৈছিল মোৰ মা। মোৰ আইতাৰ লগত প্ৰায় কাজিয়া কৰিয়েই মা গৈছিল সেইদিনা।" এক দীৰ্ঘ নিশ্বাস টানি কমলেশ্বৰীয়ে চম্পাৰ হাত এখন নিজৰ হাতৰ মুঠিত লৈ আকৌ কবলৈ আৰম্ভ কৰিলে— "মোৰ দেউতা অৱধৰ বিখ্যাত জাগীৰদাৰ আছিল। আইতাৰ লগত সেই পৰিয়ালৰ বহুত পুৰণা পৰিচয়। দেউতাৰ অন্নপ্ৰাশনৰ নিমন্ত্ৰণী সভাত আইতাই দলে বলে গৈ মধুৰ সঙ্গীত পৰিবেশন কৰিছিল। সেই কাৰণেই দেউতাই মোৰ মাক বিয়া কৰাম বুলি দিয়া আশ্বাসত আইতাই মা আৰু দেউতাৰ মিলামিছাত একেবাৰে বাধা দিয়া নাছিল। তেওঁ বিশ্বাস কৰিছিল ইমান ভাল বংশৰ লৰাবেই তেওঁৰ ছোৱালী উপযুক্ত। আৰু যেতিয়া এদিন কোঁৱৰে আহি এক অমূল্য আঙঠি পিন্ধাই মাৰ আঙঠি পিন্ধোৱা অনুষ্ঠানো পূৰা কৰি পেলালে, তেতিয়া আইতা একেবাৰে নিশ্চিন্ত হৈ পৰিল। কিন্তু ভাগ্যৰ কি পৰিহাস, তৎক্ষণাতে সকলো ওলট-পালট হৈ গ'ল।

কোঁৱৰৰ দেউতাক জাগীৰদাৰ চাহাব, মানে মোৰ ককা, এই আঙঠি পিন্ধোৱাৰ খবৰ শুনি একেবাৰে ক্রোধান্বিত হৈ পৰিল। তেওঁৰ একমাত্র মৰমৰ পুতেকক চলে-কৌশলে গৃহবন্দী কৰি এজিন ডাঙৰ নামী যশস্বী জাগীৰদাৰ এজনৰ ৰাজকন্যাৰ লগত বিয়াৰ সকলো পকা কৰি পেলালে। তথাপিও জেদী স্বভাৱৰ মোৰ দেউতাই জেদ ধৰিলে যে যদি অঙ্গুৰিয়ে তেওঁৰ বিয়াৰ চেহেৰা গাবলৈ আহে, তেতিয়াহে তেওঁ বিয়া কৰাবলৈ যাব। দেউতাই জানিছিল ইমান নামী আৰু দামী মোৰ মা বিয়াৰ চেহেৰাৰ নিচিনা সামান্য অনুষ্ঠানত কেতিয়াও গান গাবলৈ নাহে আৰু তেতিয়াহলে দেউতাই কেতিয়াও চেহেৰা নাবান্ধে। চেহেৰা নাবান্ধা মানেইতো বিয়া কৰাবলৈ নোযোৱা! সেই দিনত চেহেৰা গোৱাৰ দক্ষিণা আছিল পাচশ টকা। সেই সামান্য ধনৰাশিৰ কাৰণে জানো অঙ্গুৰীৰ নিচিনা প্রসিদ্ধ গায়িকা চেহেৰা গাবলৈ আহিব পাৰে? আৰু সেয়াও স্বয়ং তেওঁৰ বাল্য সখা, তেওঁৰ প্রেমিক আৰু তেওঁৰ আজন্ম সন্তানৰ জন্মদাতাৰ বিয়া? কিন্তু মোৰ আইতাই কৈছিল, "কমলী, বাৰিষাৰ নদীৰ গতি আৰু গভীৰতা জানিবলৈও সুবিধা! কিন্তু তোৰ মাৰৰ মনৰ গভীৰতাৰ সন্তেদ পোৱা বৰ কঠিন।" স্বয়ং জাগীৰদাৰ চাহাব আহি মোৰ মাৰ চৰণত নিজৰ কলপ লগোৱা পাগুৰী থৈ কান্দোন মিহলি কণ্ঠেৰে কৈছিল "অঙ্গুৰী, তুমি যদি মোৰ লৰাৰ বিয়াৰ চেহেৰা গাবলৈ নাহা তেন্তে মোৰ লৰাই কেতিয়াও চেহেৰা নাবান্ধে। তুমি মোক উদ্ধাৰ কৰা। তুমি যি খোজা তাকেই দিবলৈ মই প্রস্তুত অঙ্গুৰী।" আৰু মায়ে বোলে শুনিছিলো হাঁহি হাঁহি। চকুৰ পানী ৰোৱাই কৈছিল "মই যি খুজিম সেয়া জানো আপুনি দিব পাৰিব ৰাও চাহাব? (অৱধৰ জাগীৰদাৰক ৰাও বোলে)। ভাবি চাওক, আপুনি ৰাজপুত, আপুনি দিয়া কথা ৰাখিবলৈ যাতে আপুনি আপোনাৰ প্রাণ ত্যাগ কৰিব লগীয়া নহয়।" কথাষাৰ শুনি

বাও চাহাব উচুপি উচুপি কান্দি উঠিছিল।

মোৰ মা গৈছিল তেওঁৰ প্ৰিয়তমৰ বিয়াৰ চেহেৰা গাবলৈ। কোৱা শুনিছিলোঁ, এনেকুৱা চেহেৰা বোলে আজিলৈকে কোনেও গোৱা নাই বা কোনোবাই গাব পাৰিব বুলিও সন্দেহ। সেইয়া চেহেৰাৰ গীত নহয় যেন অন্তৰৰ কৰুণ বিলাপহে। মাৰ কৰুণ সুৰৰ এক এক লয় এক এক কৰুণ বিননিত মিহলি হৈ নিগৰি পৰিছিল। সেয়া গান নহয় যেন কলিজাৰ কেঁচা তেজেৰে গঁঠা কৰুণ বিলাপ। জানি শুনিয়েই মোৰ মায়ে সেইদিনা পিলুৰাগ গাইছিল। নহ'লে জানো কোনোবাই বিয়াৰ চেহেৰাত পিলুৰাগ গায়? গান গোৱাত যি দক্ষিণা পাইছিল সেয়া সকলোকে তাতেই বিলাই মোৰ মা মনে মনে ভগা অন্তৰ লৈ গুচি আহিছিল। সেইদিনাই তেওঁ ভৰিৰ জুনুকা খুলি দূৰলৈ দলিয়াই পেলালে আৰু কোনো দিনেই সেই জুনুকা তেওঁ হাতেৰে চুচুলে।

তাৰ পাচ মাহ পিছতেই মোৰ জন্ম। মোৰ মাৰ এই অৱস্থাৰ সুযোগ ল'ব খুজিছিল মোৰ আইতাই। বাওচাহাব যেতিয়া মোৰ মাক বিয়াৰ নিমন্ত্ৰণী দি মাতিবলৈ আহিছিল, তেতিয়াও এই কথা উল্লেখ কৰিব খুজিছিল আইতাই। কিন্তু মায়েই আইতাক মোৰ মূৰৰ শপত দিছিল; কিন্তু তথাপিও আইতাই মোকৰ্দমা কৰি মোৰ ভৰণ-পোষণ উলিয়াবলৈ চেষ্টা কৰিছিল। কিন্তু মাই এই সকলোতে বাধা দি উঠিছিল আৰু কৈছিল "গুৰুৰ নাম যেতিয়া মই মোৰ অন্তৰত আৰু হাতত আঁকি ললোঁ তুমি চিন্তা নকৰিবা মা। মোৰ ছোৱালীৰ ভৰণ-পোষণ আৰু পথ প্ৰদৰ্শন এতিয়া মোৰ শ্ৰীধৰ গোপালেই কৰিব। তুমি চাই থাকিবা মোৰ ছোৱালীয়ে আমাৰ ব্যৱসায়ৰ কলঙ্ক কেতিয়াও গাত নাসানে। যি নামৰ কলঙ্ক আজি আমাৰ নামত আছে, যি নামৰ কলঙ্কৰ কাৰণে আজি তাই পিতৃ থাকিও পিতৃহীনা, সেই নামৰ কলঙ্কৰ পৰা প্ৰভুৱে তাইক সদাই আঁতৰত ৰাখিব।

মই যেতিয়া গুৰুৰ চৰণত শৰণাপন্ন, তেৱেঁই মোৰ ছোৱালীৰ ৰক্ষক ।"

"ঠিকেই কৈছিল মোৰ মায়ে, আজিও যদি মোৰ কিবা বিপত্তি আহি পৰে এই নামেই মোক কোঁচত তুলি সকলো বিপদৰ পৰা উদ্ধাৰ কৰি নিছে । কিমান দিনযে মোৰ এই দুৰ্ভগীয়া ছোৱালীজনীৰ ওচৰত কান্দি কাতৰ মিনতি কৰি কৈছোঁ— সোণজনী তয়ো এই গুৰুৰ নাম স্মৰণ কৰি বাহুত মহামন্ত্ৰ লিখি ল' । কিন্তু তাই জানো আজিলৈকে মানিছে মোৰ কিবা এষাৰ কথা ? ইফালে তাই কি দুৰ্গতি কৰিছে নিজৰ, সেয়া জানো মই বুজি নাপাওঁ ? যি নৰকৰ পৰা মই কেতিয়াবাই লৰি পলাই আহিছিলোঁ। আজি সেই নৰকলৈকে যে মোৰ ছোৱালী আগবাঢ়ি গৈছে, তাক জানো মই গম পোৱা নাই ?"

"খুহুক গাড়ী আনিবলৈ কওঁনেকি মিচেচ সেনগুপ্ত ?" বুলি নম্রভাবে মূৰ দোৱাই কোৱা চম্পাৰ কথাষাৰত তেওঁ উচপ খাই উঠিল । তেওঁ যেন ইমান দেৰি চম্পাৰ উপস্থিতি একেবাৰেই পাহৰি নিজেই নিজৰ অতীতৰ লগত কথাপাতি আছিল ।

"অ !" তুমিতো যাব লাগিব । যোৱাচোন খুহুক মাতি আনা । এখন গাড়ীতো গেৰেজত সদাই থাকেই । তোমাক ড্ৰাইভাৰেই থৈ আহিবগৈ ।" সেই উশাহ বন্ধ পৰিবেশৰ পৰা ওলাই আহি ৰজনী-গন্ধাৰ তীব্ৰ সুমধুৰ গোন্ধ নাকত লগাত চম্পাৰ ভাগৰ একেবাৰেই নিঃশেষ হৈ গ'ল । এনেকুৱা অৱসাদ তাই আসন্ন মৃত্যু নিশ্চিত ৰোগীৰ সন্মুখত বহিওতো অনুভৱ কৰা নাই । তাই কেতিয়াও ভবা নাছিল এনেকুৱা এটা পৰিস্থিতিত পৰিব বুলি । সেনগুপ্তৰ ড্ৰাইভাৰে তাইক হস্পিতালত থৈ গ'লহি ।

মিনি দৰজাৰ ওচৰতেই তাইলৈ অপেক্ষা কৰি বৈ আছিল । তাইক দেখা মাত্ৰেই হাঁহি হাঁহি আগবাঢ়ি আহি কলে— "যেতিয়াই

শুনিলোঁ। তুমি বৰ চাহাবৰ বঙলালৈ গৈছা, তেতিয়াই মই বুজিছোঁ তুমি বাৰ বজাৰ আগতে হস্পিতাললৈ কেতিয়াও আহিব নোৱাৰা। কাৰ অসুখ হৈছিল এইবাৰ ? ৰাণীৰ নে ৰাজকুমাৰীৰ।”

“কি ? মিছ সেনগুপ্তাৰো কিবা অসুখ আছে নেকি ?” চম্পাই সোধা প্ৰশ্নত মিনিয়ে হাঁহিবলৈ ধৰিলে।

“তেওঁৰ বেমাৰহে চাবলগীয়া। তেওঁৰ অজ্ঞান হৈ পৰা আৰু চাবলগীয়া। ঘণ্টাৰ পিচত ঘণ্টা তেওঁ অজ্ঞান হৈ থাকোঁতে প্ৰথমবাৰ যেতিয়া ময়েই বেহুচ হবলৈ ধৰিছিলোঁ, তেতিয়াই হুচত আহি মই চকু মেলি ভাবিছিলোঁ— “হায় আই হেড এ শ’ট, বুজিছা।” মিনিয়ে ব্যঙ্গভাবে ওঁঠ বেঁকা কৰি কলে— “এই বেহুচীৰ চিকিৎসাৰ শিক্ষা আমাৰ চিকিৎসা-বিজ্ঞানত নাই। সেইদিনাই মই ৰাজকন্যাৰ বাপেকক স্পষ্টকৈ কৈ আহিছোঁ। আৰু সেইদিনাৰ পৰাই আৰু মোক মতা নাই। মই ভাবিয়েই নাপাওঁ কি যে এবনৰমেল ফেমিলি ! গৃহস্বামীৰ ব্যক্তিত্ব জানো কম ৰহস্যময় ? কেতিয়াবা এনেকুৱা বাৎসল্য বিগলিত দৃষ্টিৰে চাব, মই যেন তেওঁৰ নিজৰ জীয়েকহে। আৰু সেই দৃষ্টিয়েই কেতিয়াবা প্ৰত্যেক অঙ্গতে এনেকৈ নিক্ষেপ কৰিব, সৰ্ব্ব শৰীৰত আৱৰণ থকা সত্বেও এনেকুৱা লাগে যেন মই সম্পূৰ্ণ বিবস্ত্ৰা। যিদিনা প্ৰথম তোমাক দেখিলোঁ। মিচ যোশি, সেইদিনাই কিয় জানো বৰ মায়া উপজিছিল তোমাৰ ওপৰত। তুমিতো দেখিছাই মোৰ এই কুৎচ চেহেৰাৰে ময়েই কোনো ধূৰ্ত্ত শিয়ালৰ ওচৰত নিশ্চিন্ত থাকি চাকৰি কৰি যাব পাৰোঁ। কিন্তু তুমি কিয় আহিলা ইমান ৰূপ, ইমান সৌন্দৰ্য্য লৈ এই কুকুৰনেছিয়াৰ মাজত চাকৰি কৰিবলৈ ?”

“কিয় ? তুমি যদি আজি ইয়াত চুবছৰ কটাব পাৰিছা, তেতিয়া হলে মইনো কিয় থাকিব নোৱাৰিম ?

“ডাক্তৰ যোশি, কেতিয়াবা আইনাৰ সন্মুখত ৰহি তুমি জানো তোমাৰ চেহেৰা ভালকৈ চাইছা ! জানে জানে জানো

তাৰ সুন্দৰ কিৰণৰ বাবে মানুহ কিমান বলীয়া হৈ উঠে ?” কথাষাৰ শুনাৰ লগে লগে চম্পাৰ মুখমণ্ডল লাজত ৰঙা পৰি গ'ল। এদিন মধুকৰেও এইষাৰ কথাকেই চিঠিত লিখি পঠাইছিল তাইলৈ।

“ভাবিছিলোঁ তোমাক একো নকওঁ। ইমান দূৰ চাকৰি কৰিবলৈ আহিছা যেতিয়া নিশ্চয় তোমাৰ চাকৰিৰ অতি আৱশ্যক। কিন্তু এতিয়া ভাবিছোঁ, তোমাক সাৱধান কৰিবই লাগিব। আহা ইয়াতে বহোঁ।” তাই চম্পাৰ হাত এখন টানি গোলমোহৰ ফুল জোপাৰ তলত থকা এখন সৰু বেঞ্চত বহুৱাই দিলে আৰু হাঁহি হাঁহি কবলৈ ধৰিলে,— “আচলতে মই তোমাৰ এচিষ্টেণ্ট ডাক্তৰ। গতিকে তোমাক আপুনি বুলিয়েই সম্বোধন কৰিব লাগিছিল আৰু সেয়া উচিতো আছিল। কিন্তু বয়সত নিশ্চয় মই তোমাতকৈ বহুত ডাঙৰ হ'ম। সেইকাৰণেই প্ৰথম দিনাই মুখৰ পৰা নিজে নজনাকৈয়েই তুমি সম্বোধন ওলাই পৰিল। তোমাৰ আগতে ইয়ালৈ আহিছিল ডাক্তৰ শীলা জোচেফ। ঠিক তোমাৰ নিচিনাকৈয়েই বেলুৰৰ পৰা চিধা হাউচ চাৰ্জ্জন শেষ কৰিয়েই আহিছিল ইয়ালৈ। বেচেৰী ক্ষীণ যদিও খুউব স্ফূৰ্তি আৰু আনন্দময়ী আছিল। আৰু কামত ইমান দক্ষ আছিল যে কাৰো সহায় নোহোৱাকৈয়েই যেন অকলেই ডুটা অপাৰেচন অনায়াসে কৰি পেলাব পাৰিব। আৰু ইমান সৰল মুখমণ্ডল যেন গাখীৰ খোৱা দাঁতেই সৰা নাই। ঠিক তোমাৰ দৰেই শিশুসুলভ মধুৰ হাঁহি আছিল তেওঁৰ। যেতিয়াই মই তেওঁক মাতিবলৈ গৈছিলোঁ, দেখিছিলো হয় তেওঁ বাইবেল পঢ়ি আছে, নহয় হাতেৰে টেটিঙৰ লেচ কৰি আছে। নাৰী হৈয়ো মই কেতিয়াবা তেওঁৰ দেহৰ অপূৰ্ব্ব গঠন দেখি মুগ্ধ হৈ চাই আছিলোঁ। কি লাস্যময়ী খোজ,

কি অপূর্ব সৌন্দর্য্য আছিল ছোৱালীজনীৰ মুখ-চকুত। এদিন ৰাতি তেওঁ মোক মোৰ ভালৈ মাতিবলৈ আহি কৈছিল যে মিচেচ সেনগুপ্ত হঠাৎ অসুস্থ হৈ পৰিছে আৰু মিষ্টাৰ সেনগুপ্ত স্বয়ং তেওঁক নিবলৈ আহিব। বেচেৰী উপায়ান্তৰ হৈ প্ৰায় দৌৰিয়েই মোৰ ওচৰলৈ আহিছিল। আৰু মোক অনুৰোধ কৰি কৈছিল তেওঁৰ লগতে সেনগুপ্তৰ বঙলালৈ যাবলৈ মিচ ঘোষ”— বুলি মিনিয়ে ফুচফুচাই এক দীঘলীয়া নিশ্বাস টানি ক'লে— “এনেকুৱা লাগিছিল যেন মইহে তেওঁক মৃত্যুৰ মুখলৈ ঠেলি দিছিলোঁ। কেইবাবাৰো তেওঁৰ ওচৰত মৈত্ৰিৰ হাত আগবঢ়াই দিছিলোঁ। কিন্তু তেওঁ মোক প্ৰত্যেক বাৰেই নাৰ্চৰ দৰে ব্যৱহাৰ কৰি দূৰলৈ ঠেলি দিছিল। তেতিয়া মই মনতে ভাবিলোঁ মোক দূৰলৈ ঠেলি দিছিলা নহয়, এতিয়া অকলেই ভোগা। মোৰ মন প্ৰতিহিংসাত জ্বলি আছিল বহুত দিনৰ পৰাই। সেয়ে মই তেওঁক স্পষ্টকৈ কৈ দিলোঁ যে মোৰ নাইট ডিউটী আছে। এতিয়াই হস্পিতাললৈ যাব লাগিব। তাতে এজনী টিটেনাচ ৰোগীৰ অৱস্থা বৰ বিপদজনক হৈ আছে। সেই কাৰণে মই আপোনাৰ লগত যাব নোৱাৰিম। পিছদিনাই মই এজন ইঞ্জিনিয়াৰৰ ঘৰত তেওঁৰ পত্নীৰ ডেলিভাৰিৰ বাবে নামুৰলৈ যাবলগীয়া হ'ল। ঘূৰি আহি শুনিলোঁহি ডাক্তৰ শীলা ঘোচেফে আত্মহত্যা কৰিলে। তোমাৰ যে ড্ৰইংৰুমটো আছে তাৰেই চিলিং ফেনত নিজৰ শাৰীৰে বান্ধি ওলমি পৰিছিল বেচেৰী। মই যেতিয়া আহি পালোঁহি, তেতিয়া কবৰ দিয়া হৈ গৈছিল। মই অনুশোচনাত নিঃশেষ হৈ গৈছিলোঁ আৰু কিয় একো মেডিকেল ইনভেচটিগেচন কৰা নহ'ল বুলি কৰা প্ৰশ্নত মিষ্টাৰ সেনগুপ্তৰ আগ্নেয় দৃষ্টিয়ে মোক ভস্ম কৰি পেলাইছিল। মেল হস্পিতালৰ ডাক্তৰ বসুৱেই ডেথ চাৰ্টিফিকেটত চহী কৰি সকলো ঠিকঠাক কৰি দিছিল। তাত লিখিছিল কেইবাদিনৰে পৰা মানসিক কষ্টত ভুগীয়েই ডাক্তৰ শীলাই আত্মহত্যা কৰিছে। ৰিপৰ্ট লিখি উঠি ডাক্তৰ বসুৱেও পদত্যাগ

কৰি ইয়াৰ পৰা গুছি গৈছিল। তেওঁক আৰু কোনোৱেই ইয়াত দেখিবলৈ পোৱা নাছিল। শীলা অনাথ আছিল। মিচনেই তেওঁক লালন-পালন কৰিছিল। বেচেৰী যেনেকৈ অকলে সংসাৰলৈ আহিছিল, তেনেকৈ অকলেই এই সংসাৰৰ পৰা গুছি গৈছিল। এটোপা চকুপানী টুকিবলৈও কোনো নাছিল তাইৰ মৃত্যুত। শুনিছোঁ তুমি বোলে ৰাতি-খিয়লি বৰ বঙলাত ৰোগী চাবলৈ যোৱা কণ্ট্ৰেক্টতো চহী কৰিছা? এতিয়া একমাত্ৰ উপায় যদি তুমি চৰ্ত্তত লিখা সকলো পাওনা অস্ত ক'ৰবাত পোৱা গুচি যোৱা ইয়াৰ পৰা। এয়া ভাল মানুহৰ ঠাই নহয়।"

চম্পাই চকু মুদি ভাবিবলৈ ধৰিলে যেন তাই গোটেই ৰাতিটো তীক্ষ্ণ তৰোৱালৰ ওপৰত বহিয়েই কটালে। আৰু এইয়া মিলিয়ে যেন সেই তৰোৱালৰেই তাইৰ ডিঙিত অস্ত্ৰাঘাত কৰিছে। চৰ্ত্তত লিখা ধন বাৰু তাই সহজে কেনেকৈ গোটাব পাৰিব। আৰু তাই গুচি গলেইতো চৰ্ত্তত লিখা মতে পূৰা নোহোৱাৰ বাবত চৰ্ত্তত লিখা ধন ঘূৰাই দিব লাগিব। তাই ক'ৰ পৰা ঘূৰাব ইমান ডাঙৰ ধন। লক্ষ্ণৌৰ ঘৰ বেচি যি পইচা পাইছিল তাৰে দেউতাকৰ কেচ আৰু তেওঁৰ বেলেঞ্চ ধাৰ মাৰোঁতেই সকলো শেষ হৈ গ'ল। দুহেজাৰমান টকাহে ছাগৈ এতিয়া বেঙ্কত আছে। তাৰ উপৰিও এতিয়া লক্ষ্ণৌলৈ ঘূৰি গলে জানো তাইৰ চিনাকি আৰু বন্ধু-বান্ধৱে তাইৰ আকস্মিক পলায়নৰ কৈফিয়ৎ নুসুধিব? আৰু সেই কৈফিয়তৰ লগতেই জানো তাইৰ ভাঙি যোৱা বিয়াৰ লজ্জাজনক প্ৰসংগ স্বয়ং যত্নৰে শৰীৰত লুকুৱাই ৰখা ব্যাধিৰ দৰে ওলাই নপৰিব? লগতে জুহিৰ লজ্জাজনক কলঙ্ক? নাই তাই এই চাকৰি কেনেকৈ এৰিব? এনেকুৱাওতো হব পাৰে যে সুদূৰ কেৰেলাবাসীৰ অকাল মৃত্যুৰ কাৰণেই এই চৰ্ত্তত এই কথাষাৰ লিখা হৈছে যে "ৰাতি যেতিয়াই মোৰ পত্নী অসুস্থ হৈ পৰে আপুনি আহিব লাগিব"। তাই দৃঢ় প্ৰতিজ্ঞ হ'ল। তাইৰ দেহ কেতিয়াও চিলিংফেনত ওলমি নপৰে। তাৰ

উপায় তাই স্বয়ং কৰিব ।

ক্লান্ত শৰীৰ আৰু অৱসন্ন মন লৈ যেতিয়া তাই ঘৰ পালেগৈ ভগৱতীয়ে তেতিয়া বিচনাৰ ওপৰত বহি কল্যাণ পঢ়ি আছিল। মাকক চচ্‌মা পিন্ধি গভীৰ অধ্যয়নত মগ্ন দেখি চম্পাই এক পলকতে নিজৰ সকলো দুঃচিন্তা পাহৰি পেলালে। তাই ভাবি আহিছিল ভগৱতী ছাগৈ নিজৰ চিৰন্তন জ্বৰত সদাই এইদৰেই মলিন শুকান মুখৰে পৰি থাকিব, কিন্তু অন্য দিনৰ তুলনাত ভগৱতীক বহুত ভালহে দেখিলে তাই।

"ইচ মুখখন ইমান শুকাই গৈছে তোৰ, কিবা খালিনে নাই আজি? নে গোটেই দিনটো বেমাৰীৰ লগতে নোখোৱাকৈয়েই কটালি? কিযে ছোৱালী; নিজৰ অকণমানো যদি যত্ন ললিহেঁতেন।" কিতাপখন বন্ধ কৰি চচ্‌মাযোৰ খুলি একাষৰীয়াকৈ থৈ দিলে ভগৱতীয়ে।

"মোৰ একেবাৰেই ভোক নাই মা, বৰ ভাগৰ লাগিছে। কালি মিচেচ সেনগুপ্তৰ শৰীৰ অকস্মাত বেয়া হৈ পৰাত তালৈ যাবলগীয়া হ'ল। আজি এক ৰাউণ্ড হস্পিতালতো মাৰি আহিলোঁ। নহলে আকৌ যাবলগীয়াহে হলহেঁতেন?"

"চম্পা!" ভগৱতীৰ কণ্ঠস্বৰ করুণ হৈ ভাঙি পৰিল, "কেতিয়াবা ভাবোঁ লক্ষ্ণৌতেই তই ইয়াতকৈ ভাল চাকৰি পালিহেঁতেন।"

"চাকৰিটো পালোৱেইহেতেন মা!" চম্পাই হাতৰ ষ্টেথিস্কোপডাল মেজত থৈ হাঁহি হাঁহি কলে। "কিন্তু ভাৰতৰ কোনো হস্পিতালতেই মোক ইমান দৰমহা নিদিলেহেঁতেন। একেবাৰে নতুনকৈ পাচ কৰা অভিজ্ঞতা নথকা ডাক্তৰণীক জানো কোনোবা হস্পিতালে ১৫০০ টকা দিলেহেঁতেন? তাৰ উপৰি বঙলা, মালী, গাড়ী সকলো ফ্ৰি আৰু সকলোতকৈ ডাঙৰ আকৰ্ষণ হ'ল এই ডাঙৰ অৰণ্যখন। ইয়াত কোনোৱে দেউতাৰ চাচপেনচনৰ খবৰ নাপায় আৰু কোনোৱেই মোৰ বিয়া ভঙাৰ কথা কৈ বিদ্ৰুপ কৰিব নোৱাৰে মা।"

চম্পাৰ কথা শুনি ভগৱতী মৌন হৈ পৰিল। ঠিকেইতো কৈছে চম্পাই।

"মই বুজি পাইছোঁ মা," চম্পাই বেদনাকাতৰ করুণ সুৰেৰে কৈ উঠিল — "তুমি ইয়াত একেবাৰেই মন বহুৱাব পৰা নাই। ঠিকেই মইতো গোটেই দিন, কেতিয়াবা ৰাতিও, বাহিৰত কটাবলগীয়া হয়। তুমিতো অকলেই পৰি থাকা ঘৰত। চাঁদমনিয়ে এষাৰ কথাও তোমাৰ লগত পাতিব নোৱাৰে, কিন্তু আজি আমাৰ সন্মুখত যি পৰিস্থিতি আহি পৰিছে, আমি ইয়াত থাকিবই লাগিব মা।" চম্পাই মাকৰ হাত এখন নিজৰ হাতত লৈ উদ্বিগ্ন হৈ পৰিল। "এয়া কি মা, তোমাৰ দেখোন খুব জ্বৰ, তুমিতো মোক একো কোৱা নাই। তুমি এনেকৈয়ে মোক সদাই ছলনা কৰি আহিছা, তুমি এবাৰো মোক কিয় কোৱা নাছিলা মা ?" তাইৰ স্বৰ কান্দোনত একেবাৰে ভাঙি পৰিল। "কালিলৈ তোমাক মই এক্সৰেৰ কাৰণে ৰাতিপুৱাৰ প্ৰথম ৰাউণ্ডতে লৈ যাম।"

কাগজৰ দৰে শেঁতা মুখ, দুৰ্ব্বল শৰীৰ দেখিয়েই এক্সৰেৰ ৰিপৰ্ট নোপোৱাকৈয়েই সাম্ভাব্য বেমাৰৰ কথা তাই জানি পেলাইছিল। সেইকাৰণেই মিনি যেতিয়া মাকৰ এক্সৰে ৰিপৰ্ট লৈ আহিল, তাই একেবাৰেই আচৰিত হোৱা নাছিল। এটাই নহয়, ভগৱতীৰ লাংচৰ দুয়োটা ফালেই মহামাৰী ৰোগৰ বিষাক্ত কিটাণুৱে খাই পেলাইছে। মিনিয়ে তাইক এচুকলৈ টানি আনি কৈছিল, "ডাক্তৰ যোশি, তুমি অতি সোনকালেই মাক ইয়াৰ পৰা কোনোৱা পাহাৰলৈ পঠাই দিয়া। ইয়াৰ গৰম তুমি এতিয়াও দেখা নাই। এই বেমাৰৰ কাৰণে গৰম যে কিমান ক্ষতিকাৰক তাকতো তুমি নজনা নহয় ? চেনাটেৰিয়ামত যদি চিট নোপোৱা তুমি তোমাৰ মাক পাহাৰৰ তোমাৰ মামাৰাৰ ঘৰতেই থৈ আহা। নহলে ধৰমশালাত থকা চেনাটৰিয়ামৰ ইনচাৰ্জজন মোৰ ভনী জোৱাই। যদি তুমি কোৱা মই তেওঁলৈ লিখি পঠাব পাৰোঁ। সোনকালে কিবা এটা দিচিচন লৈ পেলোৱাঁ"।

কিন্তু চম্পাই মাকক প'হাৰলৈ পঠিয়াবলৈ চিন্তা কৰা নাই। চিন্তা কৰিছে এই মাৰাত্মক ৰোগৰ খবৰটো তাই মাকক কেনেকৈ দিব। এদিনতো এই মহামাৰী ৰাজৰোগেই তাইৰ মাকৰ মাতৃকুলক খাই নিঃশেষ কৰি পেলাইছিল। এতিয়া সেই খবৰকেই বাৰু তাই মাকক কেনেকৈ দিব ?

"কি হ'ল এক্সৰেৰ ৰিপৰ্টটো ভাল নহয়নেকি ? নহলে তই কিয় ইমান চিন্তা কৰি আছ পাগলী ?" ভগৱতীয়ে শান্ত সংযত কণ্ঠৰে কোৱা কথাষাৰত চম্পাই নিজক চম্ভালি ৰাখিব নোৱাৰি শোকত ভাঙি পৰিল। মাকৰ বিচনাতেই বহি তাই দুয়োহাতেৰে মুখ ঢাকি উচুপি উচুপি কান্দি উঠিল। আৰু সেই উচুপনি শুনি মিনি ভিতৰলৈ সোমাই আহি চম্পাৰ পিঠিত হাত বুলাই মৰম মিহলি ধমকিৰে কলে "ডাক্তৰ যোশি, আপুনি পাহৰি গ'লনেকি আপুনিযে ডাক্তৰ ? ছিঃ ছিঃ নিজৰ ৰোগীৰ সন্মুখতনো কোনোবা ডাক্তৰে এনেকৈ কান্দেনে ?" হাঁহি হাঁহি মিনিয়ে চম্পাৰ মুৰৰ পৰা হাত তুলি আনিলে। চম্পাই বগা কোটৰ জেপৰ পৰা ৰুমাল উলিয়াই অশ্ৰুসিক্ত চকু দুটা মচি ললে।

"তইতো আজিহে পালি এক্সৰেত মোৰ ৰিপৰ্ট চম্পা, কিন্তু মই আজি বহুত দিনৰ আগতেই এই এক্সৰেৰ ৰিপৰ্ট পাইছিলোঁ।" ভগৱতীয়ে মৰমৰে চম্পাৰ পিঠিত হাত বুলাই কলে, "যিদিনা জুহি গুছি গৈছিল সেইদিনাই কাঁহৰ লগত ওলাই অহা তেজৰ চেকুৰা দেখিয়েই মই বুজি উঠিছিলোঁ। তই কিয় চিন্তা কৰিছ ? তই দুদিন ছুটি লৈ মোক ভৱালীত থৈ আহগৈ। এনেও এতিয়া মোৰ ইয়াত থকা উচিত নহয়। মিনিতো ইয়াত আছেই, নহয় জানো মিনি ? তেতিয়া হলে মই নিশ্চিন্ত থাকিম। মোৰ চম্পা ইয়াত অকলশৰীয়া নহয়।" ভগৱতীয়ে হাঁহি হাঁহি মনে মনে চম্পাৰ মুখলৈ চালে। এতিয়াও চম্পাৰ উদাস চেহেৰা, কৰুণ চকু চকুপানীৰে সিক্ত হৈ আছে। কথাষাৰ কৈ ভগৱতীৰ এনেকুৱা

লাগিল যেন তেওঁৰ কলিজাখন কোনোবাই উলিয়াই আনি মুঠি মাৰি চেপি মুচৰি আনিছে। তেওঁতো কেতিয়াও তেওঁৰ এই গম্ভীৰ অল্পভাষী জীয়েকক এনেকৈ উচুপি উচুপি ভাঙি পৰা দেখা নাই। দেউতাক মৰাৰ সময়তো তাই এনেকৈ কন্দা নাছিল। চকুপানী তাই সদাই লুকুৱাই ৰাখি তাই কান্দি ভাঙি পৰা মাকক চম্ভালি লৈছিল।

"ডাক্তৰ যোশি, তোমাৰ আজি অপাৰেচন দে' নহয়, নোযোৱানেকি ?" চতুৰ মিনিয়ে চম্পাক হস্পিতাললৈ লৈ গ'ল। ভগৱতীয়ে স্বস্তিৰ নিশ্বাস টানি চকু মুদি বিচনাত ক্লান্ত হৈ শুই পৰিল। যিদিনা চম্পাৰ অপাৰেচন ডেট্ থাকে, সেইদিনা তাই সদাই খোৱা-বোৱা পাহৰি পেলায়। ভগৱতী অলপ সময় অসুস্থ হৈ পৰিল। বেচেৰী চম্পাই তেওঁ অলপ সময়ৰ কাৰণে হলেও মাকৰ দুঃচিন্তাৰ পৰা মুক্তি পাব।

পিচৰ দিনাই ভগৱতীয়ে নিজেই চেনাটৰীয়ামলৈ যাবলৈ সাজু হবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা বস্তু সামৰি থাকোঁতে উদাসীন হৈ পৰে। ইমান এখন অৰণ্যত বাৰু তেওঁ চম্পাক অকলে কেনেকৈ এৰি থৈ যাব ? আৰু অন্য হাতেদি তেওঁ যে এই অৰণ্য এৰি গুচি যাব সেই কথা ভাবি পুলকিত হৈয়ো উঠিছিল। কিন্তু পিচ মুহূৰ্ত্ততে তেওঁ তেওঁৰ নিজৰ স্বাৰ্থপৰতাৰ কথা ভাবি ক্ষুণ্ণ হৈ উঠিল। চাৰিওফালে গৰম কাপোৰ, শাৰী আদি সিঁচৰিত হৈ পৰি থকাৰ মাজত তেওঁ বিষন্ন মনে বহি পৰিছিল। আৰু সেইদিনাও তেওঁ এনেকৈ চিন্তা কৰি বহি থাকোঁতেই তৎক্ষণাত গাড়ীৰ শব্দ শুনি চক খাই উঠিল। অ' আজি দেখোন চম্পা সোনকালে আহিল হস্পিতালৰ পৰা ?

"মা, বৰচাহাবৰ গাড়ী আহিছে। আপোনাক চাবলৈ আহিছে ছাগৈ।" চাঁদমনিয়ে খিৰিকিৰে জুমি চাই মাচিডিচ গাড়ীখন দেখিয়েই বুজিব পাৰিলে। ভগৱতীয়ে চাৰিওফালে সিঁচৰিত হৈ

পৰি থকা কাপোৰখিনিও ঠিক কৰি লবলৈ সময় নাপালে। মধুৰ হাঁহিৰে দুৱাৰৰ সন্মুখত ঠিয় হ'লহি কমলেশ্বৰী।

"নমস্কাৰ মিচেচ যোশি। আপুনিয়েই আমাৰ ডাক্তৰ মিচ যোশিৰ মা নহয় জানো? আজিহে মোৰ স্বামীয়ে কলে যে ডাক্তৰ যোশি মাকক থবলৈ পাহাৰলৈ যাব। সেই কাৰণেই ভাবিলোঁ আপোনাক এবাৰ দেখা কৰি যাওঁ।"

"বৰ কৃপা আপোনাৰ। আপুনি যে দয়া কৰি আহিল। আহক! বহক!" ভগৱতীয়ে মেমৰ নিচিনা বগা সুন্দৰ মানুহ গৰাকীৰ জিলমিলাই থকা গহনালৈ একেঠৰে চাই ৰ'ল।

"মই মিচেচ সেনগুপ্তা। মোৰ স্বামীৰ হস্পিতালতেই আপোনাৰ ছোৱালীয়ে কাম কৰে। বৰ কম সময়ৰ ভিতৰতেই প্ৰসিদ্ধ হৈ উঠিছে আপোনাৰ ছোৱালী মিচ যোশি।" তেওঁ হাঁহি হাঁহি কৈ গ'ল— "তেওঁৰ বোলে চাৰ্জ্জাৰিতো খুউব নাম। এই যশ, খ্যাতিতো সকলোৰে ভাগ্যতে নহয়! নহয় জানো মিচেচ যোশি?"

"এয়া সকলো আপোনালোকৰ কৃপাৰ কাৰণেই হৈছে" বুলি নম্ৰতাৰে কথাষাৰ কৈ তেতিয়াও ভগৱতীয়ে সেই সুসজ্জিত মহিলাগৰাকীলৈ মন্ত্ৰমুগ্ধৰ দৰে চাই আছিল। তেওঁৰ সাজসজ্জা একেবাৰেই নিভাঁজ বঙালীৰ দৰে। ডাঙৰ গুণাৰ পাৰীৰ টাঙ্গাইলৰ শাৰী, আচলত বন্ধা আছে চাবিৰ ডাঙৰ কোচা এটা। মূৰত ওৰণী থকা সত্বেও তেওঁৰ ফুলি থকা আচলৰ পৰাই বৃহৎ চুলিটাবিৰ প্ৰমাণ পায়। সুগোল বাহুত সৰ্পমুখী আৰম্লেট আৰু মনিবন্ধত আছে সোণৰ বাউতি আৰু সোণৰ মিহি চুড়ী। ডিঙিত দীঘল দুপেচীয়া শকত চেইন নাইৰ তললৈকে ওলমি পৰিছে।

"এই ছোৱালী শুনচোন" বুলি কমলেশ্বৰীয়ে হাতৰ ইঙ্গিতেৰে চাঁদমনিক মাতি আনি কলে— "গাড়ীত ফলৰ থৰাহী এটা আছে, যাচোন নমাই আন। আপোনাৰ কাৰণে কেইটামান ফলমূলকে

লৈ আহিছোঁ মিচেচ যোশি ।” বুলি হঁহা হাঁহিত ভগৱতী হঠাৎ স্মৃতিৰ গহ্বৰত বিলীন হৈ কণ্ঠ অৱৰুদ্ধ হৈ পৰিল । ঠিক জুহিৰ দৰেই হাঁহিতো এই মহিলাৰ ।

“মই আপোনাক এটা সৰু অনুৰোধ কৰিব খুজিছোঁ । সেই বাবেই মই লৰালৰিকৈ আপোনাৰ ওচৰ পালোঁহি । নিশ্চয় আপুনি বেয়া নাপায়”— বুলি কমলেশ্বৰীয়ে দুয়োহাত যুৰি ভগৱতীৰ সন্মুখত নম্ৰভাৱে ঠিয় হোৱাত তেওঁ লাজ আৰু সঙ্কোচত ম্ৰিয়মান হৈ পৰিল । “আপুনি চম্পাৰ কাৰণে একেবাৰেই চিন্তা নকৰিব । ক্ষমা কৰিব, তাই মোৰ ছোৱালীৰ সমানেই হব । সেই কাৰণেই মই চম্পা বুলিয়েই কৈ পেলালোঁ । আপুনি কেতিয়াও নাভাবিব যে আপুনি আপোনাৰ ছোৱালীক এক অজ্ঞান ঠাইত এৰি গৈছে । সাত আঠ দিনৰ পৰিচয়তেই আপোনাৰ ছোৱালী মোৰ নিজৰ ছোৱালীৰ দৰেই হৈ পৰিছে । একালে কি অপূৰ্ব্ব ৰূপ ! নয়ন জুৰাই যায় দেখিলেই । তাৰ উপৰি স্বভাৱ ইমান মৃদু আৰু নম্ৰযে সঁচাকৈয়ে ৰত্ন গৰ্ভা মিচেচ যোশি । চম্পাৰ নিচিনা ছোৱালী পাবলৈ পূৰ্ব্ব জন্মৰ সুফল লাগিব ।”

“এয়া সকলো আপোনালোকৰেই কৃপা মিচেচ সেনগুপ্তা” বুলি ভগৱতীৰ কণ্ঠ অৱৰুদ্ধ হৈ পৰিল । “আপুনি ঠিকেই কৈছে মোৰ নিজৰ বেমাৰতকৈয়ো বেচি চিন্তা চম্পাৰ কাৰণেহে । এই ছোৱালীজনীয়ে কেতিয়াও কাৰো আগত মুখ খুলি একো নকয় । মই যদিও বিচনাত পৰি আছিলোঁ তথাপিও ৰাতি আধাৰাতি তাই যেতিয়াই ঘূৰি আহে অকণমান । খোৱা-বোৱাকে চাই দিওঁ এতিয়া মই নথকাত যে তাই নিজৰ কি অৱস্থা কৰে, তাৰ কাৰণেই মোৰ চিন্তা লাগিছে ।”

“আপুনি মই থকাত চম্পাৰ কাৰণে একো চিন্তা নকৰিব । মোৰ ইমান ডাঙৰ ঘৰ । ঈশ্বৰৰ কৃপাত জনা বুজা পুৰণি চাকৰ বাকৰো আছে । কেতিয়াবাহে মোৰ ছোৱালী আহি থাকেহি ।

কেইদিনমান থাকি তায়ো গুচি যায়গৈ। ইমান ডাঙৰ ঘৰটোতত্তো মই একেবাৰেই অকলশৰীয়া। একেবাৰেই নিসঙ্গ। ভগবানে বোধহয় সেইকাৰণেই আপোনাৰ ছোৱালীক এই অৰণ্যলৈ পঠাই দিছে। আপোনাক পাহাৰত থৈ আহি চম্পা মোৰ লগতেই থাকিব। তাইক মই মোৰ চকুৰ মণি কৰি ৰাখিম মিচেচ যোশি। মোক এতিয়া যাবলৈ অনুমতি দিয়ক, মই মোৰ এক আত্মীয়ৰ ঘৰৰ বিয়াৰ ভোজৰ নিমন্ত্ৰণীলৈ যাব লাগে।"

ভগৱতীয়ে তেওঁক বিদায় দি আগবঢ়াই থবলৈ যাবলৈ ঠিয় হোৱাত কমলেশ্বৰীয়ে তেওঁৰ হাত দুখনত ধৰি চকীত বহুৱাই কৈ উঠিল— "নালাগে, নালাগে মিচেচ যোশি। আপুনি বহক। মই আকৌ আহিম আপোনাৰ ওচৰলৈ।" কমলেশ্বৰীৰ স্নেহপূৰ্ণ আশ্বাসে ভগৱতীক সঁচাকৈয়ে প্ৰভাৱিত ক'ৰি পেলালে। কিন্তু চম্পাক সেই প্ৰস্তাৱে যে উৎসাহিতে কৰিব নোৱাৰিলে সেয়া চতুৰা ভগৱতীয়ে তৎক্ষণাত বুজি উঠিল। সেইহে তেওঁ যোৱাৰ আগতে বাৰে বাৰে মিনিক কৈ গ'ল চম্পাৰ লগত একেলগে থাকিবলৈ।

ভৰালী পোৱাৰ লগে লগেই ভগৱতীৰ মুখ মলিন হৈ পৰিল। চেনাটৰিয়ামৰ ওপৰলৈ উঠি যোৱাৰ লগে লগে তেওঁ মুখ ঘূৰাই বাৰে বাৰে অতিথিগৃহলৈ অপলক দৃষ্টিৰে চাই থাবলৈ ধৰিলে। মাকৰ ঘৰৰ কিমান করুণ স্মৃতিয়ে তেওঁৰ মানস পটত ভাঁহি উঠিল। আৰু তেওঁক উদাস কৰি গ'ল তাৰে এক করুণ স্মৃতিয়ে। শেষবৰাৰ তেওঁ ইয়ালৈ আহিছিল তেওঁৰ সৰু ভনীয়েকক থবলৈ। একেবাৰে জুহিৰ দৰেই আছিল দেখিবলৈ চন্দ্ৰিকা। ঠিক তেনেকুৱাই চঞ্চল, হাঁহিমুখীয়া আৰু মুখৰ লাগবান্ধ নথকা আছিল চন্দ্ৰিকা। কেৱল কুল, গুৰি-গোষ্ঠি দেখিয়েই নিজৰ সেই সুন্দৰী সাতজনী বাই-ভনীৰ ভিতৰত সৰু চন্দ্ৰিকাক এক দৰিদ্ৰ ব্ৰাহ্মণৰ ঘৰলৈ বিয়া দিছিল বাপেকে। শুকান কাঠখৰিৰ দৰে দুৰ্ব্বল শহুৰৰ ভৰি চুবলৈ গৈ কাহি কাহি ভাগৰি পৰা জোৱায়েকক দেখি দেউতাক সেইদিনাই

অচেতন হৈ পৰিছিল। কোনোবাই কলেহিঁ তেওঁৰ জোৱায়েক চেনাটৰিয়ামৰ পৰা তিনিদিনৰ ছুটি লৈহে চেহেৰা বান্ধিবলৈ আহিছিল নাইনিতালৰ পৰা। তথাপিও হৃদয় কঠোৰ কৰি তেওঁ কন্যাদান কৰিলে। কুমাওঁনৰ আত্মসন্মানী ব্ৰাহ্মণৰ ঘৰৰ দুৱাৰৰ পৰা জানো কেতিয়াবা পাল্কী উভতি যোৱা আজিলৈকে কোনোবাই শুনিছে? চন্দ্ৰিকাৰ স্বামীয়েতো হনিমুন আধৰুৱাকৈয়েই মৃত্যুক সাৱটি ললে আৰু সেই ৰাজৰোগৰ কিতাম্ন বিলাই থৈ গ'ল নতুন কন্যা সুন্দৰী চন্দ্ৰিকাৰ শৰীৰত। চন্দ্ৰিকাৰ যক্ষ্মাই দি যোৱা অস্বাভাৱিক লালিমাৰে ৰঙাই যোৱা ৰামগঢ়ী আপেলৰ দৰে ৰঙা গালৰ কথা মনত পৰি ভগৱতীৰ চকু অশ্ৰুসিক্ত হৈ পৰিল। তেওঁকো যদি এই অস্বাভাৱিক ৰোগৰ কালগ্ৰাসে গিলি পেলায়, চম্পাঁক জানো কোনোবাই তাৰ খবৰ দিব পাৰিব?

"চম্পা"! তেওঁ উদ্বিগ্ন হৈ চম্পাৰ বাহুত জোৰেৰে সাৱটি ধৰি কবলৈ ধৰিলে— "মই ভাবিছোঁ, তই যোৱাৰ আগতে মামাৰক এটা ফোন কৰি যাবি। আমি ভৱালীলৈ অহাৰ খবৰটো তাক জনোৱাটো ভাল হব বুজিছ। তাৰ অফিচৰ ফোন নম্বৰটো মোৰ লগতেই লিখা আছে। এদিন নহয় এদিনতো মোমায়েৰে শুনিবই। ভাবি চাচোন সি শুনিলে কি ভাবিব? যিমানেই নহওক সিটো মোৰ আপোন ভাই। একেলগেই খেলি-ধূলি ডাঙৰ হৈছোঁ।"

বৰ অনিচ্ছাৰেহে চম্পাই সেইদিনা মোমায়েকলৈ ফোন কৰিছিল। মামীয়েকে মাকক কৰা দুৰ্ব্যৱহাৰৰ কথা তাই তেতিয়াও পাহৰিব পৰা নাছিল। তাৰ উপৰি মোমায়েকক ফোন কৰা মানেইতো পেহিয়েককো কথাবাৰ জনোৱা। আৰু পেহিয়েকক জনোৱা মানেইতো তাইৰ অজ্ঞাত বাস জনাজাত হোৱা? তাই ঠিকেই অনুমান কৰিছিল: খবৰ পায়েই অকল মোমায়েকেই নহয়, ৰুক্মিণী পেহিয়েকো আহি ওলাইছিলহি।

আত্মীয় স্বজনক দেখি ভগৱতীয়ে নিজৰ ৰোগৰ ব্যথা সম্পূৰ্ণ

পাহৰি পেলালে। ভায়েকক দেখা পোৱাৰ মাত্ৰেই তেওঁ ৰোৱাৰীয়েকে কৰা সকলো দুৰ্ব্যৱহাৰৰ কথা পাহৰি প্ৰত্যেকটো ভতিজা-ভতিজীৰ কথা এটা এটাকৈ সুধি যাবলৈ ধৰিলে। "বিতুৰ হাপানী বেমাৰটো এতিয়া ভাল পাইছেনে? লীলাৰ কাণৰ পৰা পুঁজ ওলোৱা ভাল হৈছেনে? বিজনৰ কান্দি ঠৰ হৈ যোৱা স্বভাৱটো এতিয়া কেনেকুৱা? অ,' বহা কোঠাৰ চিলিংখন মেৰামত কৰালিনে নাই?" ইত্যাদি নানান প্ৰশ্ন সুধি সক ছোৱালী এজনীৰ দৰেই চঞ্চল হৈ পৰিল তেওঁ।

"মাবাৰ ঘৰৰ লৰা-ছোৱালী, ঘৰৰ চিলিঙ আদি সকলো খবৰ ললা, কিন্তু তোমাৰ এই অভাগী ননদলৈ জানো এবাৰো মনত পৰা নাছিল নবৌ?" ৰুক্মিণীৰ তীক্ষ্ণ বাক্যবাণত ভগৱতীৰ অন্তৰ এবাৰ চটফটাই উঠিল। "কি যে কোৱা ৰুক্মিণী, প্ৰত্যেক ক্ষণতেইতো তোমালোকৰ কথা মনত পৰি থাকে, তোমালোকৰ বাহিৰেনো মোৰ কোন আছে? পিছে ৰুক্মিণী, চম্পাৰ চাকৰিৰ পিছৰ পৰাই তাই মোক আদৰ যত্ন কৰি মখমলী দলিচাতেই বহুৱাই ৰাখিছিল ইমান দিন" বুলি কোৱা কথাষাৰত "হয়নেকি" বুলি ৰুক্মিণীয়ে বহা চকীখন আৰু অকণমান ভগৱতীৰ ওচৰলৈ আগবঢ়াই আনিলে আৰু নন্দেকৰ কৌতুহলি চকুৰ দৃষ্টি দেখিয়েই ভগৱতী উৎসাহিত হৈ বিচনাত গাৰুতে আওজি বহি পৰিল। চম্পাৰ অসামান্য দৰ্ম্মহা, গাড়ী, বঙলা, চাকৰ-বাকৰ, সা-সুবিধা আদি বৰ্ণোৱাত ৰুক্মিণীয়ে অসহ্য হৈ তৎক্ষণাত তীক্ষ্ণবাণ এৰিলে, "নবৌ, জুহি আৰু তোমাৰ মুছলমান জোৱায়েৰাও তোমাৰ লগতেই আছেনকি?"

কথাষাৰ শুনি ভগৱতীৰ মুখ একেবাৰেই শেঁতা পৰি গ'ল। চম্পাৰ এনেকুৱা লাগিল যেন পেহিয়েকক ঠেলা মাৰি কোঠাৰ পৰা উলিয়াই পঠাব। তাই ভগৱতীৰ পিঠিৰ গাৰুটো ঠিক কৰি নিজেই মাকক শুৱাই দি ৰুক্ষকৈ কৈ উঠিল "তোমাৰ এইটোৱেই ডাঙৰ

দোষ মা, জ্বৰ অকণমান কমিলেই তুমি কথা কবলৈ আৰম্ভ কৰি দিয়া। তুমি এতিয়া একেবাৰেই কথা নকবা। অকণমান শুবলৈ চেষ্টা কৰা। পেহী আৰু মামাৰ থকাৰ ব্যৱস্থা মই টুৰিষ্ট বাংলাতেই কৰি থৈছোঁ। তুমি চিন্তা নকৰিবা। অকণমান মনে মনে শুই থাকা ?"

"নাই চম্পা মই আজিয়েই উলটি যাম, কালিলৈ বৰচাহাবৰ লগত এখন ডাঙৰ মিটিং আছে। মই আকৌ দেওবাৰে আহিমেই। তই পিছে কেতিয়া ঘূৰিবি ?"

"ময়ো দুই-তিনদিন থাকিয়েই যাম মামা। নাইনিতালৰ পৰা অলপ ঔষধ আৰু ইনজেকচন আনিব লাগিব মাৰ কাৰণে। নহলে ইমান দূৰ গৈতো আৰু সহজে ইয়ালৈ আহি থকা সম্ভৱ নহয়।"

"কিয় ? ক'লৈ যাবি তই !" অপমানিত হৈয়ো ৰুক্মিণীয়ে নিজৰ কৌতুহল ঢাকি ৰাখিব নোৱাৰি সুধি পেলালে চম্পাক।

"বহুত দূৰ পেহী। চাকৰি নকৰিলে জানো হ'ব ? কোনে খুৱাব আমাক ?" মৃদু হাঁহিৰে কোৱা চম্পাৰ কথাষাৰত তাইৰ উজ্জ্বল মুকুতাৰ দৰে সুন্দৰ দাঁত দুপাৰি দেখি ৰুক্মিণী অবাক হৈ তাইলৈ চাই ৰ'ল। ৰুক্মিণীয়ে ভাবিলে যদি ইয়াৰ ভিতৰতে চম্পা মামীয়েকৰ ওচৰলৈ যায় আৰু এই মধুৰমোহন হাঁহি যদি আকৌ মধুকৰে দেখে, অনায়েসে মধুকৰ এই মোহজালত আবদ্ধ হ'ব। আজিলৈকেতো সি বিয়াই নকৰালে এই হতভাগীৰ মোহজালতে পৰি। চম্পাৰ বিয়া ভঙাৰ লগে লগে কিমান যে মধুকৰলৈ ছোৱালী দিবলৈ আহি ৰামদত্তৰ ঘৰত ভিৰ কৰা নাছিলহি। কিন্তু এইবাৰ তেওঁ দৃঢ় প্ৰতিজ্ঞ। তেওঁ সকলো চাইচিতিহে বোৱাৰী আনিব। পুতেকলৈও তেওঁ তেওঁৰ অভিপ্ৰায় জনাই লিখি পঠাইছে। যি ঘৰৰ এজনী ছোৱালী মুছলমান প্ৰেমিকৰ লগত গুচি যাব পাৰে, সেই ঘৰৰ মৰ্যাদা বাৰু কি হ'ব পাৰে ? তেওঁ ভাগ্যে ঠগ খাব লগীয়া নহ'ল। ভগবানে যেন তেওঁক সৰ্ব্বনাশ হোৱাৰ

পৰা নিজেই ৰক্ষা কৰিলে। পুতেকৰ পৰা তেওঁ কোনো উত্তৰেই পোৱা নাছিল। কিন্তু তথাপিও তেওঁ নিজৰ সিদ্ধান্ত লোৱাত বিলম্ব নকৰিলে। চম্পাৰ ঘৰৰ পৰা দিয়া টিকাৰ সকলো সামগ্ৰী তেওঁ অচল পইচাৰ দৰে কইনা পক্ষলৈ ঘূৰাই পঠালে। আৰু এতিয়া তেওঁৰ একমাত্ৰ চিন্তা তেওঁৰ পুতেকলৈ এজনী সুযোগ্যা পাত্ৰীৰ সন্ধান কৰা। সোঁৱৰণীৰেতো তেওঁৰ ঘৰ ভৰি পৰিছে। সেই সোঁৱৰণীবোৰৰ অধিকাৰিনীসকল এনেকুৱা সাধাৰণ ৰূপ গুণৰ যে, তেওঁ জানিছিল, চম্পাক এবাৰ দেখাৰ পিছত তেওঁৰ লৰাই কেতিয়াও এইবোৰৰ এজনীও পছন্দ নকৰে? "ভৱভূতিৰ' কিছু অধ্যায়তো তেওঁ আজি কেইদিনমানৰ আগতেহে তেওঁৰ ছাত্ৰসকলক পঢ়াইছে: "সংসাৰত চন্দ্ৰকলাৰ উপৰিও আৰু অনেক বিজয়িনী বস্তু আছে, যি মধুৰ, আৰু হৃদয়ক আনন্দিত কৰি তোলে। কিন্তু যেতিয়া বিলোচন চন্দ্ৰিকা মোৰ দৃষ্টিত পৰিল মোৰ জীৱনৰ মহোৎসৱ তেতিয়াহে হ'ল।" এনেকুৱা মহোৎসৱ ৰচনা কৰোঁতাকনো কোনে পাহৰিব? সেয়ে ৰামদত্তই চাৰিওফালে, আগপিছ দশোদিশতেই যৌৱন চঞ্চলা চন্দ্ৰিকাকেই বিচাৰিবলৈ ধৰিলে।

ৰামদত্তৰ ওচৰলৈ পঠোৱা সকলো সোঁৱৰণীৰ ভিতৰত এক চন্দ্ৰিকাৰ মুখকান্তি তেওঁৰ মনত পৰিল। তিনিবাৰ তিনি বিষয়ত এম, এ, ডিগ্ৰীয়ে সেই জাতিকাৰ মুখ একেবাৰে ৰুক্ষ কৰি পেলোৱাত তেওঁ বিতৃষ্ণাত মুখ ওভতাই আনিবলৈ বাধ্য হ'ল। কোনোবা আকৌ ঘৰৰ ডাঙৰ হোৱাত পিতৃহীন পৰিয়ালৰ পিতৃৰ কাৰ্য্য সমাপন কৰিবলগীয়া হোৱাত মুখৰ চেহেৰা একেবাৰে ৰুক্ষ হৈ পৰাত তাৰ পৰাও তেওঁ মুখ ওভতাই আনিবলৈ বাধ্য হ'ল। এই সকলোবিলাকৰ ভিতৰত তেওঁৰ পুত্ৰই যে কাকো পছন্দ নকৰে, সেয়া তেওঁ পুৰা বিশ্বাসৰেই ক'ব পাৰে। এজনী ছোৱালীয়েই বাৰে বাৰে তেওঁৰ দৃষ্টি আৰ্কষণ কৰিছিল। সেয়া আছিল ৰুক্মিণীৰ জীয়েক জয়া। যেনেকুৱা ৰং ৰূপ ঠিক তেনেকুৱাই সুগঢ়ী জয়া।

সেই ছোৱালীৰ লাভৰ ঘৰত থকা চন্দ্ৰমা দেখিয়েই ৰামদত্ত গদ গদ হৈ পৰিছিল। কিন্তু জয়াৰ সৌৰৱণী ৰুক্মিণীয়ে নিজে পঠোৱা নাছিল, তেওঁৰ পত্নীয়েহে এদিন ঘৰত গৈ খুজি আনিছিলগৈ। "এই বিয়া কেনেকৈ হ'ব পাৰে ? মধুকৰেতো মোক মামী বুলিয়েই মাতে" বুলি কোৱা কথাত ৰামদত্তৰ পত্নীয়ে আপত্তি কৰি কৈ উঠিছিল "কি হ'ব, মামী বুলি মাতিলেইনো তুমি মামী হৈ যাবানে ?" বহুত বুজাই বঢ়াইহে ৰামদত্তৰ পত্নীয়ে তেওঁৰ পৰা জয়াৰ সৌৰৱণী লৈ আহিছিল।

ৰামদত্তৰ বাক্যদান লৈহে ৰুক্মিণীয়ে নিশ্চিন্ত হৈ ভগৱতীক চাবলৈ গৈছিল, কিন্তু আজি নিজৰ সুন্দৰী ভতিজাকক দেখি নিজৰ সকলো নিশ্চিন্ততা নিমিষতে বিলীন হৈ গ'ল। অন্তৰত লগা অদৃশ্য কৰুণ আঘাটৰ কাৰণেই এই হতভাগী ইমান সুন্দৰ, ইমান আকৰ্ষক আৰু ইমান মোহময়ী হৈ পৰিছেনেকি ? চেহেৰাত নাই কোনো কঠোৰতা, নাই কোনো ক্ৰোধ, তথাপিও কৰুণ কোমল চকু তুলি যেতিয়া তাই ৰুক্মিণীলৈ চালে, তাইৰ এনেকুৱা লাগিল যেন অগ্নিবাণহে নিক্ষেপ কৰিছে সেই দৃষ্টিয়ে। অন্তৰৰ জ্বলা জুইৰ অদৃশ্য ধোঁৱাই যেন চম্পাৰ মুখমণ্ডল আৰু কৰুণ আৰু মোহময়ী আৰু ভৱা তেজস্বিনী কৰি তুলিছে। ৰুক্মিণীয়ে তাইৰ জীয়েকৰ আনন্দ সংবাদ বোৱেকক দিবলৈহে ইমান দূৰ দৌৰি আহিছিল। কিন্তু চম্পাক দেখাৰ লগে লগেই মনৰ সকলো আশা হঠাতে কৰ্পূৰৰ দৰে উৰি নিঃশেষ হৈ গ'ল। পশ্চাতাপ, ক্ষোভৰ অনিশ্চিত স্থিতিৰ পৰা মুক্তি পাবলৈ তাই চটফটাই উঠিল। "ময়ো তোৰ মোমায়েৰৰ লগতে আজিয়েই আলমোড়ালৈ ঘূৰি যাম চম্পা। জয়া অকলেই আছে ঘৰত।" তাই নবোৱেকক শুনাবলৈ কণ্ঠস্বৰ অলপ তীক্ষ্ণ কৰিয়েই কলে। ভগৱতীয়ে যেন এইবোৰ একোৱেই শুনা নাই। তেওঁ নন্দেকক এদিন থাকি যাবলৈও আগ্ৰহ দেখুৱা নাই বা বিদায় দিবলৈও কোনো আগ্ৰহ দেখুৱা নাই। তেওঁ নিশ্চিন্ত নিশ্চুপ হৈ

বিচনাতে পৰি ৰ'ল। যাবলৈ ওলোৱা ভায়েকৰ লগত ফুচফুচাই কথা কোৱাৰ ভঙ্গীত ৰুক্মিণীৰ মন খঙ আৰু বিতৃষ্ণাত ভৰি পৰিল। পূৰ্ব্বৰ স্মৃতিয়ে তেওঁক আকৌ এবাৰ বিদ্ৰোহিনী কৰি তুলিলে। যি নবৌয়েক তেওঁৰ এদিন বাল্য সখী আছিল, আজি তেৱেঁই কিমান পৰ হৈ গ'ল। স্বামীৰ মৃত্যুৰ লগে লগেই যেন শহুৰৰ ঘৰৰ লগত থকা তেওঁৰ সকলো সম্বন্ধ শেষ হৈ গ'ল। যি নবৌয়েকে নিজৰ জীয়েকৰ কলঙ্কৰ কথা তেওঁৰ পৰা এদিন চলে-কৌশলে লুকুৱাই ৰাখিছিল, তেওঁৰ বাগদত্ত জোৱায়েকক যদি আজি নিজৰ জোৱাই কৰি লয় তাত তাইৰ কি অপৰাধ?

আৰু এসময়ত তেওঁৰ এই ৰুক্ষ ভায়েকেই যে কিমান কথা শুনাই গৈছিল ৰুক্মিণীক। সেয়া সঁচা যে ৰুক্মিণীৰ শহুৰেক আমোদপ্ৰিয় আছিল। কিন্তু সেইদিনত কুমাওঁনত ৰেড লাইট ষ্ট্ৰীটত উপপত্নী ৰখা সমৃদ্ধি সম্পন্ন ঘৰৰ সমৃদ্ধি জাহিৰ কৰা গৌৰৱহে আছিল। ৰুক্মিণীৰ বৈভৱশালী শহুৰেকৰো উপপত্নী আছিল সেই সময়ৰ কুমাওনৰ অপূৰ্ব্ব নৃত্যাঙ্গনা ৰাধাৰাণী। ৰামগৰৰ প্ৰসিদ্ধ গাওঁ নেকগ্ৰামৰ পৰাই এই অদ্বিতীয়া স্বৰলয়ৰ নৃত্যপটিয়সী মাকৰ লগত আহি আলমোড়াৰ এই কুখ্যাত গলিত থিতাপি লৈছিলহি। ৰুক্মিণীৰ শহুৰেকেহে নিজৰ সেই নবীন প্ৰেয়সীৰ নাম ৰাখিছিল ৰামকটোৰী। যেতিয়াই শহুৰেকৰ ঘৰত কিবা উৎসৱ-পৰ্ব্ব হৈছিল, বিবাহ, চূৰাকৰণ, অন্নপ্ৰাশন আদিৰ নিচিনা প্ৰত্যেক উৎসৱতেই পাল্কীত উঠি কুল-বধূৰ গৰিমাৰে সদাই আহি উপস্থিত হৈছিলহি ৰামকটোৰী। নিজৰ মুখমণ্ডলতকৈয়ো ডাঙৰ নাকফুল লৰাই যেতিয়াই পাল্কীৰ পৰা তেওঁ নামে চন্দ্ৰা বিবাহিতা স্ত্ৰী হৈয়ো দীঘল ওৰণী টানি সতিনীয়েকৰ সন্মুখত কোনোবা দাসীৰ নম্ৰভাৱে ঠিয় হৈ থাকেহি। এদিন ৰুক্মিণীৰ শহুৰেক শ্ৰীধৰে ভৱতেন্দু কোনোবা জাগীৰদাৰৰ পত্নীৰ লেচ লগোৱা কুৰ্ত্তা দেখি মুগ্ধ হৈ তৎক্ষণাত আলমোড়াৰ প্ৰখ্যাত দৰ্জ্জিৰ ওচৰ পাইছিলগৈ তেওঁৰ প্ৰাণপ্ৰিয়া

মল্লিকাৰ বাবেও ঠিক তেনেকুৱাই এক লেচ লগোৱা কূৰ্ত্তা চিলাবলৈ। বাহুত জালিকটা লেচৰ মোহক প্ৰদৰ্শন মাজত সৰু সৰু মিহি প্লিয়েটৰ মাজে মাজে ফ্ৰেঞ্চ লেচৰ অদ্ভুত কাৰুকাৰ্য্য কূৰ্ত্তাৰ ককালত ইলাষ্টিক দি এনেকৈ চিলোৱাইছিল যেন সৰু লাহি কঁকাল আৰু সুন্দৰ সুগঢ়ী হৈ ওলাই পৰে।

আলমোড়াৰ প্ৰসিদ্ধ টেইলৰ গোসাঁয়ো জানো সহজে হাৰ মনা মানুহ? তেওঁ এই ঐতিহাসিক নমুনাৰ কূৰ্ত্তা চিলাই কৰিবলৈ নিজৰ কৌশলৰ অকণো কাৰ্পণ্য কৰা নাছিল। ধুনীয়া সোতৰ টকা গজৰ ফ্লানেল কাপোৰৰ অপূৰ্ব্ব কূৰ্ত্তা চিলাই গোসাঁই শ্ৰীধৰৰ ওচৰ পোৱাত শ্ৰীধৰ কূৰ্ত্তা দেখি আনন্দত বিহ্বল হৈ পৰিল আৰু ৰঙীন ৰেচমৰ ৰুমালেৰে প্ৰেয়সীৰ উপহাৰ বান্ধি গাৰুৰ তলত লুকুৱাই থলে। পিচদিনা অফিচৰ পৰা আহি সুন্দৰ মোচ সুগন্ধি কস্তুৰিৰে সুগন্ধিত আৰু সুসজ্জিত কৰি উপহাৰ নিবলৈ হাত মেলাত তেওঁৰ কলিজা ধক্ কৰি উঠিল। তাততো একোৱেই নাই! কোনে বাৰু দংশন কৰিলে তেওঁক। প্ৰথমে তেওঁ তেওঁৰ পত্নীৰ তালাচি ললে। কি ঠিক, সতীনিৰ জ্বালাত অন্তৰ্দগ্ধ হৈ কিজানি তেৱেঁই লুকুৱাই থৈছে? ছটা এটা লাঠী ঘোচা মৰাৰ পিচত যেতিয়া তেওঁৰ পত্নীয়ে কলে "মোৰ সেন্দুৰৰ শপত মই কূৰ্ত্তা দেখাই নাই". এই ধৰ্ম্মপৰায়ণ ভীৰু পতিব্ৰতাই যে কেতিয়াও নিজৰ সেন্দুৰৰ মিচা শপত নাখায়, সেয়া শ্ৰীধৰে ভালকৈয়ে জানিছিল। তাৰ পিচত ঘৰ ভৰ্ত্তি চাকৰ-বাকৰৰ খবৰ লোৱা হ'ল, কিন্তু কূৰ্ত্তা যেন কৰবালৈ পাখী লগাই হে উৰি গ'ল। সেইদিনা অৱসন্ন মন লৈয়েই শ্ৰীধৰ প্ৰেয়সীৰ দৰবাৰত উপস্থিত হ'লগৈ।

"কি কম ৰামকটোৰী" বুলি তেওঁ কান্দোন মিহলি সুৰৰে কবলৈ ধৰিলে "তোমালৈ মই এনেকুৱা এক অপূৰ্ব্ব কূৰ্ত্তা চিলোৱাইছিলোঁ, কিন্তু কব নোৱাৰোঁ কোনে চুৰ কৰি নিলে, কাৰ যে নজৰ পৰিল।"

ৰামকটোৰী কথা শুনি হুঁ হুঁৱাই হাঁহি উঠিল আৰু কলে “আৰে বাবু চাহেব, তুমি এনেই দুখ কৰিছা, তোমাৰ কূৰ্ত্তাটো মই পালোঁৱেই।”

“পালা ? কেনেকৈ পালা ? ক'ত পালা” আদি প্ৰশ্ন কৰি তেওঁ ৰামকটোৰীক থকাসৰকা কৰি পেলালে। “ৰাজেন্দ্ৰই দি গৈছেহি” বুলি কোৱা ৰামকটোৰীৰ কথা শুনি শ্ৰীধৰ তাতেই অসাৰ হৈ বহি পৰিল। ৰাজেন্দ্ৰ ? তেতিয়া হলে তেওঁৰ ডেকা সৰু পুতেক ৰাজেন্দ্ৰও আহিবলৈ আৰম্ভ কৰিছেনেকি ইয়ালৈ, আৰু সেয়াও আকৌ ৰাতি।

সেইদিনাৰ পৰাই আৰু শ্ৰীধৰ ঘৰলৈ উভটি নগ'ল। কোনোবাই কেতিয়াবা আহি কয়হি তেওঁক হৃষিকেশত লগ পাই আহিছে। কোনোবাই কয় নগ্ন যোগীৰ লগত চিমতা লৈ তেওঁক নৃত্যৰত দেখি আহিছে। কোনোবাই আকৌ বদ্ৰীনাৰায়ণৰ কোনোবা শিখৰত সেই নগ্ন বেশেৰেই তেওঁক দেখি অহাৰ শপত খাইছি। সেই কাৰণেই ৰুক্মিণীৰ পতিব্ৰতা শাহুৱেকে ডিঙিত মঙ্গলসূত্ৰ আৰু শিৰত সেন্দূৰ লৈয়েই চিতাত আৰোহণ কৰিছিল। মৃত্যুৰ কেইঘণ্টামানৰ আগতে তেওঁ বিচিত্ৰ এক অনুৰোধ কৰি তেওঁৰ কঠোৰ হৃদয়ৰ সতিনীয়েকৰো অন্তৰ কোমলাই অশ্ৰুসিক্ত কৰি তুলিছিল। মূৰৰ পৰা ভৰিলৈকে আভূষণৰে সুশোভিতা ৰামকটোৰী যেতিয়া বন্ধ পাল্কীত উঠি সতিনীয়েকক চিৰ বিদাই দিবলৈ আহিছিল তেওঁৰেই হাতত ধৰি ৰুক্মিণীৰ শাহুৱেকে করুণ কৈ অতি কষ্টেৰে সেহাই সেহাই কৈ উঠিছিল “যি কূৰ্ত্তাই আজি মোৰ শিৰৰ সেন্দূৰ মচি দিলে, তোমাৰ ভৰিত ধৰিছোঁ সেই কূৰ্ত্তাটো তুমি মাথো এবাৰ মোক দিয়া। মই প্ৰাণ-ভৰি চাই লওঁ। যেতিয়ালৈকে মোৰ বুকুত সেই কাপোৰ ৰাবাখা, মোৰ প্ৰাণ পক্ষী কেতিয়াও উৰি নাযায়।” আৰু সঁচাকৈয়ে কঠিন ৰোগৰ যন্ত্ৰণাত চটফটায়ো সেই অভাগীৰ প্ৰাণ পক্ষী উৰি যোৱা নাছিল। পাহাড়ী পৰম্পৰা মতে সকলো তন্ত্ৰমন্ত্ৰ প্ৰয়োগ কৰা হ'ল। ক্ষীণ নিশ্বাসেৰে লাহে লাহে উঠা নমা কৰা বুকুৰ ওপৰত

এখন ডাঙৰ থালত আটাৰ পাচটা লাডু ৰাখিও চোৱা হ'ল। কিন্তু নাড়ীৰ গতি অতি মৃদু হৈ আছিল যদিও প্ৰাণ জানো কি এক অতৃপ্ত তৃষ্ণাৰ জৰিৰে বান্ধ খাই ৰৈ আছিল। ৰামকটোৰী আহি সেই দৃশ্য দেখি চকুপানী মচি সেই পাল্কীতেই গৈ কূৰ্ত্তা লৈ আহি, বুকুত ৰখাৰ কুৰিমিনিটমান পিচতেই নিৰ্জ্জীৱ ডিঙি শিথিল হৈ তললৈ ধলি পৰিল। আৰু ৰুক্মিণীৰ সেই দেওৰেকেই জাপানলৈ পলাই গৈ আৰু কোনোদিনেই ঘৰলৈ ঘূৰি নাহিল।

ভগৱতীৰ এই ভায়েকেই এদিন ৰুক্মিণীক কোনোবা এক বিয়াৰ নিমন্ত্ৰণী ভোজত সকলোৰে সন্মুখত ব্যঙ্গ কৰি কৈছিল: "শুনিবলৈ পাইছোঁ। অঙ্গপানাৰ শহুৰকুলত বোলে তিৰোতাৰ কূৰ্ত্তাৰ নমুনাৰ বৰ সুন্দৰ কেটলেগ আছে! দুদিনমানৰ কাৰণে দিব পাৰিবনে? ময়ো মোৰ পত্নীৰ কাৰণে এটা কূৰ্ত্তা চিলাম" বুলি ঠাট্টাৰে কোৱা কথাযাৰত সেইদিনা গোটেই ৰাইজৰ মুখতেই তাচ্ছিল্যৰ হাঁহিৰ ফুলজাৰি চিটিকি পৰিছিল। আলমোড়া চহৰতো এইটোৱেই বিশেষত্ব! ইমূৰৰ পৰা সিমূৰলৈ বিস্তৃত, লোকে লোকাৰণ্য হৈ থকা চহৰখনত এনেকুৱা এক বৃহত আত্মা ছটফটাই আছে যে, সেয়ে পলে পলে ঘটি যোৱা ঘটনা নিজৰ শৰীৰৰ দৰে কোন অঙ্গ কেতিয়া ৰুগ্ন হৈ পৰিছে, কেতিয়া সেই ৰুগ্ন অংশ কাটি পেলোৱা হ'ল, এই ৰুগ্ন অঙ্গৰ কি বিকাৰ, আৰু সেই বিকাৰৰ কি ইতিহাস আদিৰ দৰে এই সকলো লেখজোখ খবৰ এই চহৰৰ সকলো নাগৰিকৰে যেন নখদৰ্পণত। সেয়ে বহুত বছৰৰ আগতেই আলমোড়া ৰঙ্গমঞ্চত অভিনীত ৰুক্মিণীৰ শহুৰৰ প্ৰণয় নাটকৰ কথা নাগৰিকে এতিয়াও পাহৰিব পৰা নাছিল। ৰুক্মিণীৰ মুখ লজ্জাত দোঁ খাই গৈছিল সেইদিনা। ৰাইজৰ আগত নিজৰ নবৌয়েকৰ ভায়েকে দুঃশাসনৰ দৰে ফালি চিৰি অপদস্থ কৰাৰ প্ৰতিশোধ আজিয়েই ভাই লব পাৰিব বুলি তাইৰ মন আনন্দত নাচি উঠিল। তাইৰ চকু আজি সেই প্ৰতিশোধৰ জুইত চিকমিকাই উঠিল। আৰু

সেই প্ৰতিশোধৰ অগ্নিৰে বায়েক ভায়েক আৰু নিজৰ ভতিজাকক ভস্ম কৰিবলৈ, তিৰস্কাৰ কৰিবলৈ তাই চটফটাই উঠিল।

আৰু লগে লগেই এখন নতুন পাচটকীয়া নোট চম্পাৰ হাতত গুজি দি ঠিক তাইৰ বুকুতেই নিজৰ হাঁহিৰ গুলীৰে আঘাট কৰি অকণো বিলম্ব নকৰাকৈ কৈ উঠিল, "মই পাহৰিছিলোৱেই অ' চম্পা, এই বসন্ত পঞ্চমীৰ দিনাই তয়াৰ আঙঠি পিন্ধোৱা হৈ গ'ল।"

"ল'ৰা ক'ৰ পেহি?" বুলি কৰা চম্পাৰ নিষ্কপট চকুৰ চাৱনিত তৎক্ষণাত ৰুক্মিণীৰ সকলো ক্ৰোধ নাইকিয়া হৈ পৰিল। আৰু অলপ সময়ৰ কাৰণে তাই দুখত বিহ্বল হৈ পৰিল। কিন্তু নবৌয়েকৰ ওপৰত দৃষ্টি পৰাত দেখিলে তেতিয়াও অকৰ্মণ্য ভায়েকৰ লগত মূৰত মূৰ লগাই কিবা ফুচফুচাই আছে। তেওঁ যেন ইমান দূৰৰ পৰা অহা ননদেকৰ মহত্ত্বপূৰ্ণ ঘোষণা শুনাই নাই বা শুনিও যেন নুশুনাৰ ভাও ধৰি আছে। সেয়েহে কণ্ঠস্বৰ আৱশ্যকতকৈয়ো অলপ তীক্ষ্ণ কৰি ৰুক্মিণীয়ে আকৌ নিজৰ প্ৰশ্নধনুৰ ৰচি টানি লৈ কথাৰ বাণ মাৰিবলৈ উদ্যত হৈ পৰিল।

"মধুকৰৰ লগত আঙঠি পিন্ধোৱা হৈ গ'ল।" কথাষাৰ শুনি একপলকতে চম্পাৰ মুখ শেঁতা পৰি বিবৰ্ণ হৈ পৰিল। আৰু ভায়েকৰ লগত কথাত ব্যস্ত থকা ভগৱতীয়েও বিজুলীবেগেৰে মুখ ঘূৰাই প্ৰশ্ন কৰি উঠিল "কোন মধুকৰ ৰুক্মিণী?"

"মধুকৰ কিবা আলমোড়া] চহৰত দহবাৰটা আছেনেকি নবৌ? চম্পাক বিয়া কৰাব খোজা মধুকৰেই" বুলি হঁহা ৰুক্মিণীৰ হাঁহি হাঁহি নহয় যেন একোপাত বিষ লগোৱা কাঁড়হে আছিল। মুখৰ পৰা ওলোৱাৰ লগে লগেই সেই বিষৰ আগে ভগৱতীৰ বুকুত আঘাট হানি তেওঁকো একেবাৰে বিষন্ন কৰি পেলালে। নবৌয়েকক শোকত ম্ৰিয়মান দেখি ৰুক্মিণী আৰু উৎসাহিত হৈ পৰিল। "ৰামদত্তৰ ল'ৰা ডাক্তৰ মধুকৰ। নিজেই আহি সোঁৱৰণী খুজি

নিছিলহি। আৰু তেওঁলোক মাস্তি হোৱাত মইতো তৎক্ষণাত টিকা আদি যাবতীয় কাম সম্পন্ন কৰি কন্যাদায়ৰ পৰা মুক্তি লওঁ। উস। চোৱাচোন মই কি পাগলী তোমাৰ ভৰি চুবলৈয়ো পাহৰি গ'লো" বুলি ভগৱতীৰ ফালে হাউলি ভৰি চুবলৈ লোৱাত তেওঁ ভৰিখন চপাই আনিলে। চম্পা তেতিয়াও তেনেকৈয়েই ঠিয় হৈ আছিল দেউকা ভঙা কপৌৰ দৰে। "বাৰু এতিয়া যাওঁ" বুলি ৰুক্মিণীয়ে কপট হাঁহি মাৰি চম্পাৰ পিঠিত হাত থোৱাত তাই কিন্তু পিছুৱাই গ'ল। "এড্ৰেচতো তই ছাগৈ কেতিয়াও নিদিয় ? তোৰ মাৰকেই তোৰ ভাগৰ নিমন্ত্ৰণী চিঠিখনো দি যামহি। তেৱেঁই পঠিয়াই দিব তোলৈ। জুহিকতো মই ইচ্ছা থকা সত্ত্বেও নিমন্ত্ৰণ কৰিব নোৱাৰো নবৌ।" যোৱাৰ আগমুহূৰ্ত্ততো বন্দুকৰ সিতো গুলীৰ নিচান ঠিক কৰি মাক-জীয়েকৰ বুকুত মাৰিবলৈ নাপাহৰিলে ৰুক্মিণীয়ে। যদি আগৰ গুলীয়ে কাম কৰা নাই দ্বিতীয় গুলীয়ে নিশ্চয় দুয়ো মাক-জীয়েকক ধৰাশায়ী কৰি পেলাব।

ৰুক্মিণী যোৱাৰ পিছতেই ভগৱতীয়ে মৌনতাৰে বেৰৰ ফালে মুখ কৰি পৰি থাকিল। চম্পা যেতিয়া নাইনিতালৰ পৰা উভতি আহিল তেওঁক তেতিয়াও ইমান দেখি সেই মুদ্ৰাতেই পৰি থকা পালেহি। পেহিয়েকৰ কথাই যে তেওঁক কিমান ম্ৰিয়মান কৰি পেলাইছিল সেয়া তাই নজনা নহয়। পিচদিনাই মাকৰ নামত বেঙ্কত এটা একাউন্ট খুলি, মাকৰ সকলো সকলো আৱশ্যকতা সম্পূৰ্ণ কৰি চম্পা নিজৰ চাকৰিৰ স্থানলৈ ঘূৰি যাবলৈ ওলোৱাত মাকে হাঁহি হাঁহিয়েই তাইক বিদায় দিছিল। কিন্তু চম্পাই বুজিছিল সেই হাঁহিৰ পিছত তাইৰ পৰা লুকুৱাই কন্দা চকুলোত কিমান ঘণীভূত বেদনা মিহলি হৈ আছে।

আলমোড়াৰ বাচত বহি বাৰে বাৰে ৰুক্মিণীয়ে নিজৰ অবিবেচক মনক ধিক্কাৰ দিবলৈ ধৰিলে। তাই আহিছিল নবৌয়েকৰ বেমাৰৰ খবৰ কৰিবলৈ, কিন্তু তাই এয়া কি বকি পেলালে ?

জয়াৰ বাপেকেতো তাইক বাৰে বাৰে সাৱধান কৰি কৈছিল, "ৰুক্মিণী তুমি ভুলতো জয়াৰ আঙুঠি পিন্ধোৱাৰ কথা কৈ নেপেলাবা। অন্য যি কোৱা কৰা, কিন্তু এইষাৰ কথা- যাতে তুমি ভগৱতী নবৌৰ ওচৰত কৈ নেপেলোৱা। তোমালোক মা জী দুয়োৰে যিহে স্বভাৱ কোনো কথাই পেটত ৰাখিব নোৱাৰা। যি সুপাত্ৰক এদিন তেওঁ জোৱাই কৰিব খুজিছিল, সেই সুপাত্ৰই যদি তোমাৰ জোৱাই হয় সেয়া তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰিব। আৰু এনেকুৱা ৰোগত দুখ শোক পোৱাটো বৰ বিপদজনক বুজিছা।" ঠিকেইতো বুজিছিল ৰুক্মিণীয়ে। সেই কাৰণেই সুবিধা পাই প্ৰতিশোধ লৈ আহিল তাই। সন্মুখত বহি থকা চম্পাৰ মোমায়েকক এষাৰ কথা শুনাবলৈ ৰুক্মিণীৰ মন লকলকাই উঠিল। সেয়ে সুযোগ পোৱাত তাই কৈ উঠিল "কি খবৰ মিতিৰ? ঘৰ পায়েই তিৰোতাৰ কুৰ্ত্তাৰ নমুনাৰ কেটলেগখন আপোনাৰ তালৈ পঠাই দিমনেকি?" কিন্তু পিছ মুহূৰ্ত্ততে বেচেৰাৰ মলিয়ন জীৰ্ণ শীৰ্ণ পাঞ্জাবীৰ লেতেৰা কলাৰ দেখি তাইৰ মন কুমলি উঠিল। কিন্তু এবাৰ এৰা কাঁড়তো আৰু সামৰি লব নোৱাৰি।

সঁচাকৈয়ে তাইযে কি মূৰ্খ। সন্মুখৰে বৈ যোৱা মিঠা পানীৰ নিজৰা দেখিও সেই কথা পাহৰি তৃষ্ণাত আতুৰ হৈ চটফটাই ফুৰিছিল। মধুকৰৰ লগত জয়াৰ সম্বন্ধৰ কথা তাইৰ মনত এই কাৰণেই খেলোৱা নাছিল যে জয়া বহুত সৰু আছিল। কিন্তু তৎক্ষণাত চাওঁতে চাওঁতেই যেন তাই যৌৱনত ভৰি দি গাভৰু হৈ পৰিল। বাৰিষাৰ নদীৰ দৰেই ছোৱালীৰ যৌৱন তৎক্ষণাতে ভৰপূৰ হৈ পৰে। যিদিনা মধুকৰৰ মাক তাইৰ ওচৰলৈ জীয়েকৰ সোঁৱৰণী নিবলৈ আহিছিল, সেইদিনা জয়াই চাদত বহি চুলি শুকুৱাই আছিল। মধুকৰৰ নাম শুনিয়েই তাইৰ চকুত বিশেষ এক জ্যোতি বিৰিঙি উঠিছিল।

"অকল মোৰেই নহয় ৰুক্মিণী, মধুকৰৰ দেউতাকেও তোমাৰ

ছোৱালীক খুউব পছন্দ কৰিছে। এনেয়ে ঘৰতো ছোৱালীৰ সৌৰৱণীৰে ঠাহ খাই আছে। পিছে তেওঁৰ আকৌ তোমাৰ ছোৱালীহে পছন্দ হৈছে।”

যিদিনা চম্পাৰ লগত মধুকৰৰ বিয়া ঠিক হ’ল সেই দিনাহে ৰুক্মিণীয়ে গম পালে জয়াৰ মনৰ কথা। চম্পাৰ আঙঠি পিন্ধোৱাৰ দিনা যেতিয়া ঘৰ আহি পায়েই লৌকিকতাৰে দিয়া ৰূপৰ মোহৰকেইটা জয়াই থিৰিকিৰে দলিয়াই পেলাই লেপেৰে মুখ ঢাকি গোটেই ৰাতি উচুপি আছিল, ঠিক সেইদিনাই। মধুকৰ যেতিয়াই বন্ধত ঘৰলৈ আহিছিল তাই জানি শুনিয়েই বেমাৰৰ ভাও ধৰিছিল। কেতিয়াবা কাল্পনিক পেটৰ বিষ, কেতিয়াবা মিছা মূৰৰ বিষৰ বিকট যন্ত্ৰণাত ছটফটোৱাৰ অভিনয় কৰি বহুত ৰাতি মাকক মধুকৰক মাতিবলৈ পঠাই দিছিল। যেতিয়া মধুকৰ আধা টোপনিৰ পৰা উঠি তাইক চাবলৈ আহিছিল, তাৰ পুৰুষোচিত হাতৰ স্পৰ্শ তাইৰ কোমল পেটত পৰিছিল, তাই শুকান পাতৰ দৰে কঁপি উঠিছিল উত্তেজনাত।

“কি হ’ল তোৰ, ক’ত বিষ হৈছে? মামীক নোকোৱাকৈ ক’ৰবাত ছাগৈ গোল গপ্পা খালি! নে ভৈৰৱ হোটেলৰ আলুৰ চ’প খালি? কি হ’ল নকৱ কিয়?” বুলি মধুকৰে এনেকৈ হাঁহি হাঁহি তাইক জোকাবলৈ ধৰিলে যেন তাই এতিয়াও সেই স্কাৰ্ট পিন্ধি স্কুললৈ যোৱা আঠবছৰীয়া সৰু জয়াহে। তাইৰ খং অভিমানত শেঁতা মুখখন আৰু শেঁতা পৰি গ’ল। তাই বাৰু মধুকৰৰ দৃষ্টিত সদাই এনেকৈ কেচুৱাই হৈ থাকিবনেকি? পুৰুষে বাৰু নাৰীৰ মনৰ ভাব বুজিবলৈ কিয় অকণো চেষ্টা নকৰে? আৰু ঠিক এদিন এনেকুৱাতেই তাই শুনিলে মধুকৰে তাইৰ মোমায়েকৰ জীয়েকক চাবলৈ লক্ষ্ণৌলৈ যাব আৰু মাকেই মধুকৰক ছোৱালী দেখুৱাবলৈ লৈ যাব। লাজ, সঙ্কোচ সকলো ত্যাগ কৰি যদি তাই মাকক আগতেই সকলো কথা কৈ দিব পাৰিলেহেতেন, তেতিয়া মাকে জানো নিজৰ জীয়েকৰ

কাৰণে মধুকৰৰ ঘৰত হাত নাপাতিলেহেঁতেন ?

আৰু যেতিয়া এদিন কলেজৰ পৰা আহি তাই চম্পাৰ বিয়া ভঙাৰ খবৰ শুনিলে, তৎক্ষণাত তাই দৌৰি গৈ দুৰ্গতিনাশিনীৰ মন্দিৰত ঘিঁউৰ চাকি জ্বলাই আহিলগৈ। এই মন্দিৰৰ দেবীৰ দিব্য শক্তিত যে কিমান বিচ্ছেদ, বিৰহী প্ৰাণ মিল হৈ আকৌ একে সূত্ৰত বান্ধ খাইছে সেয়া কুমাওঁনৰ বাৰু কোন ছোৱালীয়ে নাজানে ? আৰু আজি দেবীৰ অসীম কৃপাত মধুকৰৰ মাকে নিজেই আহি তাইৰ সোঁৱৰণী নিবলৈ আহি বিয়াৰ প্ৰস্তাব ৰাখি যোৱাত তাই আনন্দত বিভোৰ হৈ পৰিল। আধা শুকুৱা কেশৰাশি পিঠিত পেলায়েই তাই চাদৰ ওপৰত থিয় হৈ তললৈ হালি মাক আৰু গাওঁ সম্বন্ধীয়া ৰবমাকৰ নিচিনা মধুকৰৰ মাকৰ কথা শুনিবলৈ ধৰিলে।

"আজিয়েই সোঁৱৰণী দিয়া কক্মিনী" বুলি মধুকৰৰ মাকে কৈ গ'ল, "আজি বৰ ভাল দিন। আমাৰ মধুকৰৰ দেউতাকেতো দিনবাৰ নোচোৱাকৈ হাঁচি এটাও নামাৰে।"

তেওঁৰ বগা মসৃন হাতৰে লৰালৰিকৈ সোঁৱৰণীখন কক্মিণীৰ হাতৰ পৰা নিজৰ হাতলৈ লোৱাত আনন্দত উত্ৰাৱল হৈ জয়া প্ৰায় দৌৰিয়েই চাদৰ অন্ত এটা চিৰিয়েদি নামি আহি তাইৰ নিজৰ বন্ধু-বান্ধবীক সুখবৰটো শুনাবলৈ গৈ বাহিৰ পালেগৈ। পীতবৰ্ণা উজ্জ্বল জয়াৰ ঠিক তেনেকুৱাই চেহেৰা, সাধাৰণতে যেনেকুৱা চেহেৰা পাহাৰৰ অন্য ছোৱালীবিলাকৰো। তাইৰ চেহেৰাত অন্য কোনো বিশেষত্ব নাই। যোৱা বছৰ হোৱা টাইফয়েডে যদিও তাইক তপা কৰি অশেষ মনোকষ্ট দিছিল, কিন্তু সেই বেদনা এতিয়া ক'লা দীঘল চুলিটাৰিয়ে সম্পূৰ্ণ মচি পেলাইছে। দুৰ্ব্বল ক্ষীণ শৰীৰত কৈশোৰৰ মলিন ছায়া নিজেই মচ গৈ এতিয়া গোটেই শৰীৰ যৌৱনপুষ্ট। চকু বেচি ডাঙৰ নোহোৱা সত্বেও দীঘল ভুকৱে চকুহালি মোহময়ী কৰিয়ে তুলিছে যেন নাইনিতালৰ কোনোবা নীলাভ বৰণ আহি তাইৰ চকুক অৰূপণ হাতৰে সজাই গৈছেহি।

আৰু এই অজানিত শুভসংবাদৰ মধুৰ ছাঁয়ায়ে তাইৰ চকুৰ মণি আৰু উজ্জ্বল, আৰু কমনীয় কৰি তুলিছে। তাই দীঘল পলক ঘনে ঘনে উঠা নমা কৰি তাইলৈ চাই থকা কোনোবা পুৰুষক শৰবিদ্ধ কৰাৰ অপূৰ্ব্ব কৌশলো ইতিমধ্যে আয়ত্ব কৰি পেলাইছে। বগা বগৰ জোঙা নাকত সৰু হীৰাৰ লঙৰ চিকমিকনিয়ে তাইক আৰু ৰূপৱতী কৰি তুলিছে। তাইৰ এই ৰূপ দেখি ৰামদত্তৰ পত্নীয়ে এদিন কৈয়েই উঠিছিল "আইজনী তই দেখোন একেবাৰে নাইনিতালৰ ৰাজকুমাৰীৰ দৰেই হলি দেখিবলৈ। সেই একেই ৰং, একেই ৰূপ।" হাঁহি হাঁহি ৰুক্মিণীকো কৈছিল। "কোনে ক'ব ৰুক্মিণী, জয়া বামুণৰ ছোৱালী বুলি। ৰং ৰূপ, মুখৰ কাট সকলো দেখোন একেবাৰেই ক্ষত্ৰিয় ৰাজকুমাৰীৰ দৰেই। বামুণৰ ছোৱালীনো ইমান সুগঢ়ী হয়নে ?"

"হায় মই মৰি নাযাওঁ কিয় ?" ৰুক্মিণীয়েও আচৰিত হোৱাৰ অভিনয় কৰি ৰামদত্তৰ পত্নীক তোষামোদ কৰিয়েই কৈছিল "তুমিনো কি কব খুজিছা বাইদেউ ! বামুণৰ ছোৱালী ধুনীয়া নহয়নেকি ? তুমি তোমাৰ নিজৰ ৰূপেই চোৱাচোন, এই বয়সতো যেন তোমাৰ ৰূপ লহিয়াই যোৱা বেলিৰ বঙৰ দৰেই সুন্দৰ আৰু সেই একেই তোমাৰ গালৰ ৰং। তুমি নিজেই আইনা হাতত লৈ চোৱাচোন।"

চকু চাট মাৰি ধৰা সুন্দৰ জলমলাই উঠা চুড়িদাৰ কামিজৰ ওপৰত চাদৰখন মাকৰ অনুশাসনৰ কাৰণেই শাড়ীৰ আচলৰ দৰে ধাকি ধুকি তাই বাহিৰলৈ ওলাইছিল। কিন্তু এবাৰ ৰাস্তাত ওলালেই তাই মাকৰ সকলো অনুশাসন পাহৰি যায়। চাদৰ গৈ ডিঙিত এনেয়েহে ওলমি পৰে, একো আবুৰৰ কাম নকৰে। ছোৱালীৰ ভীৰৰ মাজত হোৱা তাইৰ ৰূপ, প্ৰশংসাৰে জোকোৱা দুই এক মধুৰ মৃদু কথা তাই সদাই ভাল পায়। জয়াৰ এক ডাঙৰ দোষ ডাঙৰৰ মেলত বহি তাৰে দুই এটা কথা নিজৰ কল্পনাৰে নিমখ জলকীয়া

লগাই অন্যৰ আগত প্ৰকাশ কৰা, আৰু এই স্বভাৱৰ কাৰণেই প্ৰায়েই ৰুক্মিণীৰ ওচৰত এটা নহয় এটা গোচৰ থাকেই তাইৰ বিৰুদ্ধে ।

"ৰুক্মিণী তোমাৰ ছোৱালীয়ে আজি কলেজত মোৰ ছোৱালী বিন্দীৰ কথা কৈছে । তাইৰ হেনো নাইনিতাল কলেজৰ কোনোবা এজন প্ৰফেচাৰৰ লগত বিয়া । আঙঠিও পিন্ধালে । চোৱাচোন ইমান ডাঙৰ ছোৱালী আৰু কি অসংলগ্ন কথা বকি ফুৰে যাৰে তাৰে আগত ।" ইফালে ৰুক্মিণীয়ে তেওঁক বুজাই মেলি পঠাইছেহে এনেতে অন্য এগৰাকী আহি পৰিল ।

"চোৱাচোন ৰুক্মিণী তোমাৰ জয়াই আমাৰ বিয়নীৰ ঘৰত কৈ আহিছে আমি বোলে যৌতুকৰ শাৰীবোৰ একেবাৰে কম দামী দিছোঁ আৰু গহনা বোলে একেবাৰে পাতল দিছোঁ । কিন্তু দুদিনহে হৈছে ছোৱালী অহা । আমি শাৰী গহনা আদি দেখাই নাই, আৰু তোমাৰ মৰমৰ জীয়াৰীয়েনো শেনৰ দৰে গৈ কেতিয়া শাৰী গহনা চাই আহিলগৈ । এয়াতো এয়াই । আৰু কৈ আহিছে আমি বোলে যৌতুকৰ বাচন-পাতি লিৰিকি বিদাৰি পুৰণি বুলি কৈছোঁ । চোৱাচোন কেনেকৈ আমাৰ নাক কাণ কটালে তোমাৰ ছোৱালীয়ে" ।

এইবাৰ কিন্তু ৰুক্মিণীয়ে একো নকৈ মনে মনে থাকিল । কাৰণ এইবাৰ জয়াই নহয় তেওঁৰেই স্বয়ং ছোৱালীৰ যৌতুকৰ ঠাল-বাতি আদি লিৰিকি বিদাৰি চাই নিজৰ ভাষাৰে মতামত দি মহিলামণ্ডলিক আনন্দিত কৰি তুলিছিল । কেইমাহমানৰ আগতে বিয়া কৰাই অনা বোৱাৰীয়েকৰ যৌতুকৰ কাঁহিবাতিবিলাকৰে যে ছোৱালীৰ মূৰ্খ মাক-পিতাকে ছোৱালীৰ যৌতুক দিছে সেয়া লৰালৰিত কাগজ আদি ফালিবলৈ পাহৰাত সকলো ওলাই পৰিছে, সেয়া নিশ্চয় পেটত কথা ৰাখিব নোৱাৰা জয়াই ক'ৰবাত গাই আহিলগৈ ।

"ঠিক আছে বাইদেউ মই জয়াক কাণত ধৰি সকলো বুজাই দিম যাতে তাই আগলৈ আৰু কেতিয়াও এনেকুৱা নকৰে । এতিয়া

তাইৰ বয়সনো কিমান ?” বুলি কোৱা ৰুক্মিণীৰ কথাষাৰত উগ্ৰমূৰ্ত্তি ধৰি ভোৰভোৰাই উঠিল সেই ভীমাকায় শকত মহিলাগৰাকী। “এই বয়সত আমাৰ তিনিটা লৰা-ছোৱালী হৈ গ'ল আৰু চতুৰ্থটোও আছিল পেটত আৰু তুমি কৈছা সৰু ছোৱালী।”

জয়া জন্মৰ পৰাই কল্পনাৰ পাখিৰে উৰি ফুৰিছিল। এতিয়া বয়স হোৱাৰ লগে লগে কল্পনাত উৰি ফুৰা স্বভাৱ বেচি হৈছে। কোন ছোৱালীয়ে কোন লৰাৰ লগত পত্ৰ আদান-প্ৰদান কৰিছে, কলেজলৈ বাটত আহোঁতে কাক তাই হৃদয়হীন পিতাকে হুণ্ডলৰ বেল্টৰে পিটা দেখিছিল, কোন লৰাক দেখিলে কোন ছোৱালীৰ গাল মুখ ৰঙা হৈ উঠে আদি কল্পনাৰে দেখা কথাবোৰ নিজেই দেখাৰ দৰে কৈ ফুৰিছিল তাই।

কেতিয়াবা চম্পা, জুহিক দেখি ৰুক্মিণীৰ অন্তৰ নিজৰ কন্যাৰ কাৰণে মমতাত বিহ্বল হৈ পৰিছিল। কেতিয়াও পাহাৰৰ পৰা এবাৰোতো তাই বাহিৰলৈ ওলাই যোৱা নাই। বেচেৰী জুহিকতো ৰুকায়েকে ২০০_ টকা দৰ্ম্মহা দি মাষ্টৰ ৰাখি নাচ শিকাইছিল। এজন মাষ্টৰে আঢ়ৈ মোন ওজনৰ তানপুৰা লৈ গান শিকাবলৈও আহিছিল। কিন্তু তাইৰ জয়াকনো ৰাক কোনে নাচ শিকাইছিল ? তথাপিও আলমোড়াৰ কোনোবা এখন অনুষ্ঠান জানো জয়াৰ নাচ নোহোৱাকৈ সম্পূৰ্ণ হৈছে ? মধুৰ বোৱাৰীয়ে পুৰুষৰ দৰে বলিষ্ঠ হাতৰে'' যেতিয়া ঢোলোক বজাই গান গাই উঠিছিল জয়াৰ লাহি কঁকাল মহুৰাৰ দৰেই ঘূৰি উঠিছিল। তাই নিজৰ লাহি কঁকাল বেঁতৰ দৰেই ভাঁজ দি ইফালে সিফালে হলাই নাচি নাচি গাইছিল :

“জিমে আতা ৰাজা
বেলা চমেলীয়া
মহক ৰহতি ৰাজা
তেৰে বজলেপে।”

গৃহস্বামিনী যেতিয়া আনন্দত বিভোৰ হৈ পৰে যেতিয়া তাই যেন

আৰু উৎসাহিত হৈ পৰে। ইটোৰ পিচত সিটো গান গাই নাচি নাচিও যেন তাই ভাগৰি নপৰে। এইবোৰ দেখি শুনি ৰুক্মিণীয়ে ভাবে এই ছোৱালীজনীক বাৰু কোনে শিকালে এই বাইজীৰ দৰে নাচ, বাইজীৰ দৰে মুখৰ ভাৱ ভঙ্গী? বামকটোৰীৰ আত্মাই প্ৰবেশ কৰিলে নেকি তাইৰ শৰীৰত। এইবোৰ ভাবি-গুণি অবাক হৈ পৰিছিল তাই।

সকলো মহিলাই আহি যেতিয়া তাইক "অপূৰ্ব্ব নাচ নাচিছে তোমাৰ ছোৱালীয়ে ৰুক্মিণী" বুলি শুভেচ্ছা জনাই যায়হি তাই আনন্দত তেতিয়া আপ্লুত হৈ পৰে। অকল নাচ গানতেই নহয় চুৱেটাৰ কৰাতো তাইৰ সমকক্ষ গোটেই আলমোড়া চহৰতেই নাই। যিমানেই জটিল ডিজাইন নহওক পিন্ধোতাই যদি বিজুলী বেগেৰেও তাইৰ সন্মুখেদি পাৰ হৈ যায় তাক তাই তৎক্ষণাতে চকুৰে চায়েই তুলি লব পাৰে। সিবাৰ চম্পাৰ আঙঠি পিন্ধোৱাৰ সময়তেই মধুকৰৰ মাকে একেলগে দুই পাউণ্ড পাহাৰি উল দি গৈছিলহি ৰুক্মিণীক।

"তোমাৰ জয়াইতো একেবাৰে মেচিনৰ নিচিনাই চুৱেটাৰ কৰে ৰুক্মিণী। এইবাৰ জাৰত কিন্তু মধুকৰৰ বাপেকৰ কাৰণে হাত দীঘল চুৱেটাৰ এটা কৰাই দিব লাগিব। এতিয়াতো জয়াৰ ওপৰত আমাৰো হক আছে। তাই মধুকৰৰ খুলশালীয়েক হ'ল যদি আৰু আমিনো কি পৰ? উল যদি বাছে মোৰো এটা ব্লাউজ কৰাই দিবা আইজনী। বৰ কোমল হাত তোমাৰ ছোৱালীৰ"।

"কোমল হাত নে তোমাৰ মূৰ" বুলি তেওঁ যোৱাৰ পিচতেই জয়াই মাকৰ ওপৰত দপদপাই উঠিল। মই এই উলবে কিন্তু একো কৰিব নোৱাৰোঁ। ঘূৰাই দিবা এইবোৰ। কি দৰ্কাৰ পৰিছে মোৰ বুঢ়াক চুৱেটাৰ কৰি দিবলৈ। মই ছোৱালী নহয় যেন গোটেই আলমোড়া চহৰৰ উল কৰা মেচিনহে। সিদিনাই তুমি কোৱাত দুৰ্গাদত্তৰ উটৰ নিচিনা ওখ পুতেকৰ দীঘল হাতৰ চুৱেটাৰ কৰি দিছোঁ। আৰু তোমাৰ নবৌয়েৰাৰ ভায়েকৰ পুলভাৰ কৰি দিছোঁ। মই কিন্তু এতিয়া উলৰ শলা হাতত লব নোৱাৰোঁ, কৈ দিলোঁ।

ইকালে যিহে পাহাড়ী মোটা উল তাতে আকৌ এফোটামান পানী পৰিলেই ৰৰষুণত তিতা ভিজা কুকুৰটোৰ দৰে হৈ পৰে। আৰু যিহে খহটা উল এশলা কৰোঁতেই হাতৰ ছাল এৰাই যায়। কৈ দিবা তোমাৰ জীয়েৰা ৰামদত্তনীক…” বুলি জয়া একেবাৰে দপদপাই উঠিল।

কিন্তু দূৰদৰ্শী ৰুক্মিণীয়ে সেইদিনা সেই উল গুভটাই পঠোৱা নাছিল। আৰু সেই জয়াই এতিয়া স্বয়ং মাকৰ পৰা উল খুজি সাত দিনতে ৰামদত্তৰ ভৰ্য্য পুলভাৰ গোঠাই নহয় শাহুয়েকলৈও সেউজীয়া উলত বগা উল দি এনেকুৱা এক বিচিত্ৰ খৰিকাজাই ফুলৰ মালাৰ দৰে লতা তুলি নিজৰ গাঠিৰ পইচা দি এটা অপূৰ্ব্ব সুন্দৰ হাত ছুটি ব্লাউজো নহয়, দীঘল হাতৰ কলাৰবে সৈতে ব্লাউজ কৰি নিজ হাতে দি আহিলগৈ। বুঢ়ীয়ে আনন্দত তাইৰ হাতত চুমা খাই কবলৈ ধৰিলে “বাহ বোৱাৰী ধন্য মোৰ ভাগ্য। নিশ্চয় মোৰ ঘৰ ঘিঁউৰ পবিত্ৰ চাকিৰ দৰেই তই উজ্জল কৰিব পাৰিবি। সাইলাখ লক্ষ্মীহে তই”।

মধুকৰক তাৰ বিয়া ঠিক হোৱাৰ উপৰিও আৰু দুই তিনিখন মান চিঠি লিখিছিল বাপেকে তালৈ। কিন্তু সি এলাইন কথা লিখিয়েই চিঠি সমাপ্ত কৰি পঠাইছিল। “কিয় মা তোমালোকৰ এখন বিয়া ভাঙিয়েই জানো মন জুৰোৱা নাই?”

“ঠিক আছে মধুকৰৰ মাক তুমি কিয় ভয় খাইছা? তাক ঘৰলৈ আহিবলৈ দিয়াচোন, মোৰ এক ধমকিতে তাৰ চব অভিমান ঠিক হৈ যাব! মোৰ কথা জানো সি ক’ৰবাত কোনোবা দিনা পেলাইছে?” ৰামদত্তই তেওঁৰ পত্নীৰ মনত যদিও ধৈৰ্য্য বান্ধিবলৈ ধৰিলে, কিন্তু মনে মনে চিন্তিতও হৈ পৰিল। মধুকৰে এদিন লিখিছিল যে এটা ফেলশ্বিপ লবৰ বাবে বিদেশলৈ যাবলৈ সি চেষ্টা কৰি আছে। যেনেকৈয়েই হওক বিদেশলৈ যোৱাৰ আগতেই পুতেকক যেনে তেনে বিবাহ বান্ধোনৰে বান্ধিবলৈ তেওঁ উদবাউল হৈ পৰিল। অলপ দিনৰ আগতেইতো পাহাৰৰ তিনিজন বিবাহৰ বচনত আবদ্ধ

তৰুণে বিদেশলৈ গৈ তাতেই বিয়া কৰি পেলালে। তাৰে এজন দুঃসাহসী, দৰ্পিত বীৰেতো নিজৰ নৱবিবাহিতা মেমপত্নীক লৈয়েই আহিল আলমোড়ালৈ। অকল সেয়েই নহয় শাহুৰেকৰ নতুনৰ শ্ৰাদ্ধৰ দিনা নব বধূয়ে সাতটা কণীৰে এটা ডাঙৰ কেক কৰি বৃদ্ধ শোকসন্তপ্ত শহুৰৰ মূৰৰ শিতানত সজাই থৈও আহিলগৈ।

"হে ভগবান আমাৰ মধুকৰেও যদি এনেকুৱা কৰি পেলায়!" ৰামদত্তনীয়ে কান্দিকাটি আকুল স্বৰে আধাৰাতি ৰামদত্তক জগাই ব্যস্ত কৰি তোলাত ৰামদত্তৰো বগা মোচত চকুপানীৰ মুকুতা জিলমিলাই উঠিল।

তথাপিও তেওঁ সাহসৰেই কৈ উঠিল: "সাহস আছেনে তাৰ, যিমানেই ডাঙৰ চাৰ্জন নহওক সি এতিয়াও মোৰ সন্মুখত বস্তাহত পছৰ পাত কঁপাদি কঁপি উঠে। চম্পাক সি পচন্দ কৰিছিল। কিন্তু যেতিয়াই মই বিয়া ভাঙিলোঁ। সাহস আছিলনে তাৰ মোৰ আগত মুখ খুলি কবলৈ?"

ৰুক্মিণী একপ্ৰকাৰ একেবাৰেই নিচিন্ত আছিল। সেয়ে বিয়াৰ সকলো যা-যোগাৰ অকলেই সম্পূৰ্ণ কৰি পেলালে। ৰাতি ৰাতি ঘৰৰ পিচফালৰ বাৰেদিয়েই মোনে মোনে আটা, ঘেহু, চাউল আনি নিজৰ ষ্ট'ৰুমৰ ড্ৰাম আদি ভৰাই পেলালে। বিয়াৰ খবৰ দুয়োঘৰৰে এঘৰেও কিন্তু বাহিৰত প্ৰকাশ নকৰিলে। বিয়া ইয়াতেই হ'ব বুলি যদি মহিলা সমাজে জানে তেতিয়াহলেতো ৰক্ষা নাই। চাউল ডাইল বচাৰ চলেৰে কথাৰ ফুলজাৰিৰে যে ৰুক্মিণীৰ কাণ থকাসৰকা কৰিব, সেয়াতো তাই খুব ভালকৈয়ে জানে। কিনো বাচিব, কিনো কৰিব সেয়াও তাইৰ ভালকৈ বুজা আছে। ৰুক্মিণীয়ে সেইকাৰণেই এটা এটাকৈ চাউল ডাইল ইমান সুন্দৰকৈ বাচি থলে যেন তাত শিল, মাটি আদি এটাও নাছিল।

সকলো যা-যোগাৰ অকলেই কৰি পেলাইছিল তাই। আইতাক, মামীয়েক, খুৰীয়েক আদিৰ বহুৰঙী পাড়ীৰ চাদৰত লেবেল

লগাই টকা-সিকা দি বেলেগে বেলেগে বেছৰ কোনোবা অভিজ্ঞ কৰ্ম্মচাৰীৰ দৰেই তৎপৰতাৰে সকলো সমাধা কৰি পেলালে আৰু এই ব্যস্ততাৰ মাজতেই কঁকালত চাদৰ খুচি তাই ভৰালীত থকা নবৌয়েৰকক চাবলৈ গৈছিল।

তাই ঘৰত ইমান সুন্দৰ আৰু নিকপকপীয়া প্ৰবন্ধ কৰি থৈছিল যে একো খবৰ নিদিয়াকৈও যদি দৰাঘৰীয়া আহি ঘৰৰ সম্মুখত ঠিয় দিয়েহি, তথাপিও তাই তৎক্ষণাত সকলো বিনাদ্বিধাই শেষ কৰি দিব পাৰিব। কিন্তু ভৰালী পোৱাৰ লগে লগেই তাইৰ সমস্ত আত্মবিশ্বাস যে ক'ত বিলীন হৈ গ'ল তাই নিজেই ক'ব নোৱাৰিলে। চম্পাৰ ৰূপ যেন আৰু উজ্জ্বল হৈ পৰিছে। নিৰ্ম্মল আকাশত উদিত হোৱা চন্দ্ৰমাৰ দৰেই স্নিগ্ধ উদ্ভাসিত চম্পাৰ মুখ মণ্ডল দেখি ৰুক্মিণী ভয়ত কঁপি উঠিল। তাইৰ প্ৰসস্ত ললাটৰ স্ফটিক নিৰ্ম্মলতাত হঠাৎ নিজৰ জীয়েকৰ কপালৰ লিখনো যেন হঠাতে তাই পঢ়ি পেলাব পাৰিলে। অলপ দুৰ্ব্বল হৈ যোৱা সত্বেও গালত সামান্য কৈ ওলাই পৰা হাড় দুদালে তাইৰ সৌন্দৰ্য্য আৰুহে আকৰ্ষক কৰি তুলিছে। একো নোকোৱাকৈও তাইৰ দীঘল ধেনুভিৰীয়া চেলাউৰিৰ কৰুণ চাৱনিতেই যেন তাই কৈ পেলাইছিল পেহিয়েক অহাত যেন তাই অকণো সন্তুষ্ট হোৱা নাই। অল্পভাষীতো তাই আগৰে পৰাই আছিল। কিন্তু এতিয়া যেন আৰু মৌন হৈ তাই নিজৰ ভুৱনমোহিনী ভ্ৰুযুগলৰে নতুনকৈ কথা কবলৈ শিকিলে। তাইৰ মৌনতাইতো তাইৰ সকলোতকৈ ডাঙৰ আকৰ্ষণ। আৰু জয়া! তাইৰ নিত্য অনাহক বকবকাই থকা স্বভাৱেই তাইৰ সৌন্দৰ্য্য আৰু ম্লান কৰি তুলিছে। পিতিকি পিতিকি নীতিনিপুন ৰুক্মিণীয়ে বাৰে বাৰে নিজৰ ভতিজাকৰ মনৰ খবৰ লবলৈ যত্ন কৰিলে। কিন্তু চম্পাই জানো এবাৰো তাইৰ কথাৰ প্ৰত্যুত্তৰ দিলে? এবাৰো জানো তাইৰ গাত হাত থবলৈ দিলে? এই মৌনতাৰ কাৰণেইতো তাই নিজৰ হাতৰ কুঠাৰ ভবিত

মাৰিলে। মধুকৰেতো কেইবাবাৰো চম্পাৰ ঠিকনা খুজি ৰুক্মিণীলৈ লিখিছিল। তেতিয়া অৱশ্যে জয়াৰ মধুকৰৰ লগত বিয়াৰ একো প্ৰস্তাবেই উঠা নাছিল। চম্পাই যদি ভাইৰ ঠিকনা পেছিয়েকক দি গ'লহেঁতেন পেহিয়েকে জানো সেই ঠিকনা মধুকৰক নিদিলে-হেঁতেন? আৰু যদি ঠিকনা পঠালেইহেঁতেন মধুকৰ আৰু চম্পাৰ প্ৰেম প্ৰসংগ এনেকুৱা আধকৰা হৈ থাকিলহেঁতেন জানো? সংসাৰৰ কোন পুৰুষে বাৰু তেওঁৰ এই সুন্দৰী ৰহস্যময়ী ভতিজীৰ সৌন্দৰ্য্যত এবাৰ চকু পেলাই আকৌ সহজে পাহৰিব পাৰিব? পাহাৰত এটা যোজনা আছে: নিজৰ ছোৱালী আৰু পৰৰ স্ত্ৰীক সকলোৱেই ভাল দেখে। কিন্তু তথাপিও ৰুক্মিণীয়ে খুউব ভালকৈয়েই জানিছিল যে তেওঁৰ জীয়েক জয়া জয়াই আৰু চম্পা চম্পাই। কেতিয়াও তুলনা নহয় চম্পাৰ লগত জয়াৰ। যেনেকৈয়েই হওক ৰামদত্তক কৈ সোনকালেই এই মাহতেই এটা ভাল দিন চোৱাবই লাগিব। শুভ-কাৰ্য্যত বিঘিনি ঘটাবলৈ কিবা সংসাৰত মানুহৰ অভাব আছেনে?

দীঘলীয়া যাত্ৰাই চম্পাৰ এক এক অঙ্গ তনতনাই তুলিলে। বৰ্দ্ধমান ষ্টেচন পোৱাৰ লগে লগেই চম্পা থকমকাই উঠি বহিল। দূৰৰ পৰাই হাত লৰাই ট্ৰেইনৰ লগে লগে দৌৰি অহা মিনিক ভাই তৎক্ষণাত থিৰিকিৰে দেখিবলৈ পাই নিচিন্ত হৈ পৰিল।

"কি কি বস্তু আছে? সোনকালে নমা। গাড়ী প্লেটফৰ্মৰ পৰা ইমান দূৰত ৰ'ল যে এটা হতভগা কুলিও এইফালে নাহে। আমিয়েই লগে ভাগে বস্তুবোৰ নমাই আনিব লাগিব।"

"মইতো আশাই কৰা নাছিলোঁ। মোৰ টেলিগ্ৰাম সময়মতে পাবা বুলি। পাহাৰৰ টেলিগ্ৰামতো কেতিয়াবা চিঠিতকৈও দেৰিকৈহে পায়হি।"

"আজিতো ভাগ্য ভাল কোনো ইমাৰজেঞ্চি কেচ নাছিল,

নহলে জানো তোমাক নিবলৈ ইয়ালৈ আহিব পাৰিলোহেঁতেন ? মিনিয়ে চুটকেচতো তলত থৈ দুয়োহাতৰ আঙুলি টানি কবলৈ ধৰিলে "বাপৰে কি ভৰাই আনিছা ঘৰৰ পৰা। বাক! বাক! আহা তুমিযে আহিলা। তুমি যদি নাহিলাহেঁতেন মযো কাম এৰি দি গুচি গলোহেঁতেন ইয়াৰ পৰা যোশি! এই চাকৰিত আৰু মন একেবাৰেই ভাল নলগা হৈ আহিছে।"

"কিয় ? বৰচাহাবৰ ঘৰলৈ আকৌ কাৰোবাৰ বেমাৰৰ বাবে মাতিবলৈ আহিছিলনেকি ?"

"আৰে গুলী মাৰা বৰচাহাবক। মই ভয় কৰিছোঁনেকি ? কিন্তু তুমি সাৱধানে থাকিবা যোশি" বুলি মিনিয়ে বেঁকাকৈ হাঁহি চম্পাৰ ফালে চাই গাড়ী ষ্টাৰ্ট কৰি দিলে। আৰু লগে লগে তাইৰ বন্ধ হব নোখোজা মুখখনে এটা এটাকৈ কথা কৈ যাব ধৰিলে। "সদাই ৰাণী চাহিবাই দিনটোত দুই তিনিবাৰ ফোন কৰে ডাক্তৰ যোশি কেতিয়া আহিব। মই কিন্তু কাকো কোৱা নাই তুমি আজি আহিবা বুলি। ঘৰলৈ গৈ ভালকৈ গা-পা ধুই খাই বৈ শুই থাকাগৈ। কালিলৈহে গুলাবা ডিউটিলৈ ? আজিকালিতো ৰাজকন্যাও আছেহি, লগতে আৰু এজনী ছোৱালী আহিছে। ক'ব নোৱাৰো ক'ৰ পৰা লৈ আহিছে। কি সুন্দৰ ৰং ছোৱালীজনীৰ আৰু কি যে অপূৰ্ব্ব ফিগাৰ! খোজ কাঢ়িলে এনেকুৱা লাগে যেন ওডেচি নৃত্যহে কৰিছে। তোমাক সদাই বিচাৰি আছে মিচ সেনগুপ্তই। আই এম চাৰপ্ৰাইজড। কিয়নো কাৰো আগত মূৰ নোদোৱায় এই অহঙ্কাৰী ছোৱালীজনীয়ে।"

"কিন্তু মোকতো কৈছিল কানাডালৈ যাব বুলি।" চম্পাৰ প্ৰশ্নই মিনিক হুহুৱাই তুলিলে। "কি কথা কোৱাহে ডাক্তৰ যোশি ? যি ছোৱালীয়ে ব্ৰেকফাষ্ট ভাৰতত লৈ ডিনাৰ কোৱাইটত লয় গৈ তেওঁ-লোকে জানো দিল্লী আৰু বৰ্দ্ধমানৰ দূৰত্বক দূৰত্ব বুলি গণ্য কৰে ?"

"চান্দমনিক তুমি খবৰ দিছাই হুাগৈ মিনি।" "কেনেকৈ খবৰ

দিওঁ, তাই জানো ঠেলি পথালেও তাইৰ ঘৰলৈ গৈছিল ? বাপেকে গামোছাত বান্ধি থোৱা বস্তু দি থৈ যায়হি আৰু তাকে খাই পানী এলোটা খায়েই বুলডগৰ দৰে পৰি থাকে তোমাৰ ঘৰৰ বাৰান্দাত। তাইক মই এদিন ঘৰলৈ যাবলৈ কোৱা সত্বেও কলে, 'নাই বাইদেউ আহি পালে মোক ইমান দূৰত খবৰ দিবলৈ কোন যাব ?' সোৱা আহিলেই নহয় তোমাৰ ঘৰৰ সন্মুখতেই ঠিয় দি আছে ৰাজৰাণী।"

গাড়ী দেখি হাঁহি হাঁহি চান্দমনি দৌৰি গাড়ীৰ দুৱাৰ খুলিবলৈ আগবাঢ়ি আহিল। স্বামিনীক দেখি তাইৰ কলা চেহেৰা উজ্জ্বল হাঁহিত উদ্ভাসিত হৈ উঠিল।

"শুনা যোশি" বুলি মিনিয়ে বেগৰ পৰা ছাবিৰ কোচাটো চম্পাৰ হাতত তুলি দি কলে "মই এতিয়া চেপটিক ওৱাৰ্ডলৈ যাম তুমি ছাবিকোচা ৰাখা। আৰু তুমি তোমাৰ ঘৰ খোলাই চাফা চিকুণ কৰাই আকৌ তলা মাৰি থবা। ভাত মোৰ মেজতেই সজাই থোৱা আছে। তুমি মোলৈ নৰবা। খাইবৈ তাতেই শুই থাকিবা। তোমাৰ দুৱাৰ খোলা দেখিলেই বৰ বঙলাৰ চিপাহী আকৌ তোমাক নিবলৈ আহিয়েই পাবহি বুজিছা"। তাই ছাবি কোচা চম্পাক দি হস্পিতাললৈ গুলাই গ'ল।

কোঠাটো খোলাৰ লগে লগেই চম্পাৰ দৃষ্টি কোণাত সজাই থোৱা সেই অমঙ্গলীয়া মূৰ্ত্তিটোত পৰিল। ভগৱতীয়ে বাৰে বাৰে তাইক অনুৰোধ কৰিছে যে ঘৰ পায়েই যেন তাই সেই মূৰ্ত্তিটো ক'ৰবাৰ অৰণ্যত পেলাই দিয়ে। "যেতিয়াই মই ভৱানীলৈ আহিছোঁ। কেইবাবাৰো সেই মুখপুৰিক সপোনত দেখিছোঁ। চম্পা ! কালি আকৌ সপোনত দেখিছোঁ। জুহিয়ে মূৰ্ত্তিটো হাতত লৈ ঠিয় হৈ আছে মোৰ সন্মুখত আৰু কৈছে 'মা তুমিতো বহুত দিনেই মূৰ্ত্তিটো তোমাৰ লগত ৰাখিলা। এতিয়া মোক দিয়াচোন ময়ো মোৰ লগত দুদিনমান ৰাখিম।' গৈয়েই তই পেলাই দিবি সোণজনী।"

কিন্তু সেই মূৰ্ত্তিটোত যেন চম্পাৰ প্ৰাণহে আছে। তাই

বাক কেনেকৈ পেলাই দিব যাপেক আৰু তাইৰ এই মৰমৰ বস্তুটো। নাই তাই কেতিয়াও পেলাব নোৱাৰে এই মূৰ্ত্তিটো। মাক আহি পোৱাৰ খবৰটো পোৱাৰ লগে লগেই তাই মূৰ্ত্তিটো নি মিনিৰ ৰু'ৰ কমত থৈ আহিবগৈ।

ভগৱতীৰ শূন্য পালেংখন দেখি একপলকতে মাকৰ করুণ মুখৰ স্মৃতিয়ে তাইক বিহ্বল কৰি পেলালে। ডাক্তৰণী হোৱাও যে কি বিড়ম্বনা, জীৱনৰ কি বিচিত্ৰ অভিশাপ। মাকৰ কলিজাৰ চিত্ৰলিপিতো তাই ঠিকেই পঢ়িছে। মৃত্যুৱে যে কোন মুহূৰ্ত্তত আহি চকুৰ পচাৰতে তেওঁক টানি নিবহি সেয়া তাই ডাক্তৰণী হৈয়ো কব নোৱাৰে। ডাক্তৰণী হৈয়ো তাই মাক ঘূৰি অহালৈ অবোধ শিশুৰ দৰেই অপেক্ষা কৰি থাকিব।

"বাইদেউ আপুনি লৰালৰিকৈ গাটো ধুই পেলাওক। ভাত ঠাণ্ডাই হৈ যাব এতিয়া" বুলি কোৱা চান্দমনিৰ কথাষাৰত তাই চক খাই উঠিল। তাই পাহৰিয়েই গৈছিল যে কোণাত ঠিয় হৈ থকা চান্দমনিয়ে তাইক অপলক দৃষ্টিৰে চাই আছে। চকুৰ পানীৰে করুণ চকুযুৰি তাই তৎক্ষণাত চাদৰৰ আচলেৰে মোহাৰি জোৰকৈয়েই হাঁহিবলৈ চেষ্টা কৰিলে। "ইচ চকুত আজি ইমান কয়লা সোমাল, চকুতো খচ-খচায়েই আছে অ'। চান্দমনি মই পাহৰিয়েই গলোঁ। গা ধোৱাৰ কথা। তই যাচোন মই গা ধোওঁ মানে তই লৰালৰিকৈ ঘৰটো সাৰি আনগৈ। মই তৎক্ষণাতে গা ধুই আহিম।"

বস্তুত দেখিলৈকে তাই গা ধুই থাকিল, কিন্তু তথাপিও যেন মূৰত একুৰা জুইহে তাইৰ জ্বলি উঠিছে। এই নিসঙ্গ বঙলাটোত যে তাই এতিয়া কিমান দিন অনিশ্চয়তাবে নিসঙ্গ হৈ থাকিব লাগিব। বোধহয় গোটেই জীৱনেই ছাগৈ তাই এইদৰেই কটাব লাগিব। মিনিৰো এগ্ৰিমেণ্ট আৰু এমাহৰ পিছতেই শেষ হ'ব। আৰু তাইৰ কথাৰ পৰা সন্দেহ হয় তাই যেন আৰু ইয়াত এগ্ৰিমেণ্ট শেষ হোৱাৰ পিছত এদিনো নাথাকিব। গাধোৱা ঘৰৰ

একান্ত পৰিবেশত হঠাতে তাই অসহায় আৰু বিবশভাবে ফেকুৰি ফেকুৰি কান্দি উঠিল। নগ্ন আঠু দুটাত মুখ গুজি বহুত দেৰি তাই তেনেকৈয়ে কান্দিলে। তাইৰ দুচকু বাৰিষাৰ বাৰিধাৰাৰ দৰে বাধা নামানি ঝৰ ঝৰাই বৈ থাকিল। কোনে তাইক সান্ত্বনা দিব। কনো আপোনে আহি তাইৰ কাষত ঠিয় দিব আৰু এষাৰ মাত দিব ?

বাহিৰৰ কোঠা সাৰি সাৰি চান্দমনিয়ে মধুৰ সৰু চেপা মাতেৰে কিবা এক চাওঁতালি গান গুণগুণাই আছিল। কিযে বিচিত্ৰ মধুৰ সুৰৰে গাইছিল তাই। দাঁতেৰে চেপি চেপি তাই মিঠা করুণ সুৰটো আৰু মিঠা, আৰু করুণকৈ গাইছিল আৰু সেই মিঠা গুণগুণনি যেন পাহাৰী নিজৰাৰ ঝিৰ ঝিৰ সুৰহে। কোনোবা পাহাৰত ঠেকা খাই বিণিকি বিণিকি শুনিবলৈ পালে চম্পাই—

ৰজা গেল চৰকে চৰকে।
ৰাণী গেল কাচি চৰকে॥
ৰাজাৰ ছাতা পড়ে গেল জলে।
ৰাণী হাঁসিল মনে মনে।
সোণাৰ ৰাজা ডুবে গেল জলে।
ৰাণী কান্দিলে মনে মনে॥
( ৰজা পকা ৰাস্তাৰে গৈ আছিল।
ৰাণী কেঁচা ৰাস্তায়েদি॥
ৰজাৰ ছাতি পানীত পৰি গ'ল।
আৰু ৰাণীয়ে মনে মনে হাঁহিলে॥
কিন্তু হায়! প্ৰিয়তম ৰজা নদীত ডুবি গ'ল।
আৰু ৰাণীয়ে মনে মনে কান্দিবলৈ ধৰিলে॥)

চম্পাৰ চকুৰেও অকাৰণতে অশ্ৰুবন্যা নামি আহিল। তায়ো গোটেই জীৱন এনেকৈয়েই কেঁচা ৰাস্তায়েদিয়েই গৈ থাকিব লাগিব

নেকি সেই চাওঁতাল ৰাণী গৰাকীৰ দৰেই ? আৰু সদাই এনেকৈয়েই নিসঙ্গভাবে কান্দি থাকিব লাগিবনেকি ? "হে ভগৱান মোক পথ প্ৰদৰ্শন কৰা। আন্ধাৰৰ পৰা পোহৰলৈ আনা। অসত্তৰ পৰা সত্ত, মৃত্যুৰ পৰা অমৃতলৈ অনা" বুলি সকতে মাকৰ ওচৰত শিকা প্ৰাৰ্থনা কাকি আওৰাবলৈ ধৰিলে এবাৰ, দুবাৰ, বাৰম্বাৰ।

"বাইদেউ সোনকাল কৰক, বৰ বঙলাৰ ৰাণীমা আহিছে," বুলি চান্দমনিয়ে গাধোৱা ঘৰৰ সৰু ফুটাই দি উকি মাৰি খবৰ দিয়াত তাই উচপ খাই উঠিল। নিশ্চয় তাইৰ চকু চাগৈ এতিয়াও ৰঙা হৈয়েই আছে। কোনোবা মূৰ্খ ভাবুক কিশোৰীৰ দৰেইতো তাই কিমান দেৰি উচুপি আছিল ? কি ক'ব বাৰু মিচেচ সেনগুপ্তই ? গাধোৱা ঘৰৰ ফুটাদিয়েই ফণীখন খুজি চুলিখিনি ঠিক কৰি শাড়ীখন গাত মেৰিয়াই তাই বাহিৰলৈ ওলাই আহিল।

কমলেশ্বৰী আহি খাটখনতেই বহি পৰিছিলহি ইতিমধ্যে। তাইক দেখাৰ লগে লগেই তেওঁ ঠিয় হৈ চম্পাৰ ঠাণ্ডা হাত এখনত মুঠি মাৰি ধৰি কবলৈ ধৰিলে "তুমি ছাগৈ ভাবিবা, আহি পাইছোহিহে মাতিবলৈ আহিলেই। এতিয়াহে খবৰ পালোঁ তুমি আহিছা বুলি। ক্ষমা কৰিবা সোণজনী বিপদত পৰিহে তোমাক অসময়ত দিগদাৰ দিবলৈ আহিলোঁ।"

কমলেশ্বৰীয়েও ছাগৈ গাধুই উঠিয়েই পোনে পোনে ইয়ালৈ আহিছে। সত্তস্নাতা কমলেশ্বৰীৰ কেশৰাশি তেতিয়াও পিঠিত পৰিয়েই আছিল। তাঁতৰ শাড়ীৰ আচল চুলিৰ পৰা পৰা বিন্দু বিন্দু জলৰাশিৰে প্ৰায় ভিজিয়েই আছিল আৰু মুখত সেই সদাই দেখি থকা সুন্দৰ স্নিগ্ধ হাঁহি লাগি আছিল।

"কাৰোবাৰ অসুখ হৈছেনেকি ?" চম্পাই চকী এখন টানি কৈ উঠিল "আপুনি বহকচোন। কথি একাপকে খাওক।"

"নাই, নাই, চম্পা" বুলি কমলেশ্বৰীয়ে এক দীৰ্ঘ নিশ্বাস টানি চকীৰ হাতত হাত এখন থোৱাত তেওঁৰ হাতৰ এক ভজনমান

সোণৰ থাক তললৈ নামি চকীৰ হাতত লাগি মধুৰ মিঠা সুৰৰে ঝুনঝুনাই উঠিল। তেওঁ কৈ উঠিল : "তোমাক লগত লৈ যাবলৈকে আহিছোঁ চম্পা, নহলে ময়ূৰীয়েই আহিলহেতেন তোমাক নিবলৈ। মইহে তাইক বাধা দিলোঁ। কি ঠিক, কিবা উল্টা-চিধাখন বকিলেহিহেতেন তাই। তাই কৈছিল 'মা, মই এতিয়াই গৈ ডাক্তৰ যোশিক লৈ আহোঁগৈ, মোৰ তেওঁৰ লগত এক জৰুৰী কাম আছে।' কিন্তু মই তাইক কেইবাবাৰো সুধিলোঁ। তাইৰনো কি কাম আছে। তাই কবলৈ একেবাৰেই মান্তি নহ'ল। মোৰযে বৰ ভয় লাগিছে চম্পা। মই যদিও তাইক গৰ্ভধাৰণ কৰিছিলোঁ, তথাপিও মই আজিলৈকে তাইৰ এটা কথাও বুজিব নোৱাৰিলোঁ। এই ছোৱালীজনীৰ সকলো কথা, কামেই বেলেগ ধৰণৰ। এইবাৰ আকৌ নিজৰ লগতে কোনোবা বন্ধু এজনীও লৈ আহিছে। তাইৰেই বোলে কিবা অসুখ। তাইৰ কথাকেই বোলে তোমাক সুধিব খুজিছে। মইতো কৈছোৱেই ময়ূৰীক, ইমান ডাঙৰ দিল্লী চহৰ থাকোঁতেও তোৰ বন্ধুয়ে ইয়াত কি দেখুৱাবলৈ আহিছে? তুমি এবাৰ যদি চাই আহা মই নিশ্চিন্ত হব পাৰিম চম্পা।"

"বলক" বুলি চম্পাই বেগটো চান্দমনিৰ হাতত দি কবলৈ ধৰিলে: "যা এইটো গাড়ীত থৈ আহগৈ আৰু মিনিক কবি মই বৰ বঙলালৈ ৰাণী চাহিবাৰ লগত বেমাৰী চাবলৈ গৈছোঁ।"

"খোৱা যে টেবুলত দিলোঁৱেই বাইদেউ,"

"তোৰ বাইদেৱে আজি আমাৰ তাতেই খাব। তই কিয় চিন্তা কৰিছ?" হাঁহি হাঁহি কমলেশ্বৰীয়ে চম্পাৰ হাত এখনত মুঠি মাৰি ধৰি চান্দমনি ওলাই যোৱাৰ পিচতেই অলপ থমকি ৰ'ল। "চম্পা মোৰ কিন্তু এনেকুৱা লাগিছে বন্ধুৰ কথা কৈ ময়ূৰীয়ে তাইৰ নিজৰ বেমাৰৰ কথা কবলৈহে যেন তোমাক বিচাৰিছে। কিবা যদি তেনেকুৱা কথা হয় তুমি কিন্তু মোৰ পৰা কেতিয়াও লুকুৱাবা চম্পা। মোৰ মূৰৰ শপত।"

কোনোবা যন্ত্ৰণা-কাতৰ পশুৰ দৰে চোৱা করুণ

দৃষ্টিত চম্পা শিয়ৰি উঠিল। যিমানবাৰেই তাই ৰৰবঙলালৈ গৈছে প্রত্যেকবাৰেই এক অজান ভয়ত তাইৰ অন্তৰাত্মা শিয়ৰি উঠিছে। তাইৰ এনেকুৱা লাগে যেন কোনোবা এক ৰহস্যময় ভূতৰ মহলতহে তাই প্রৱেশ কৰি গৈ আছে, য'ত এক ব্যক্তিও সহজ, স্বাভাৱিক ৰূপৰ নহয়। ভয়াবহ পুৰুষৰ দৰে খুদু, লখনৌৰ মাটিৰে সজা মূৰ্ত্তিৰ দৰে ৰুক্ষ দাৰোৱান, খলনায়কৰ দৰে মিষ্টাৰ সেনগুপ্ত, চিনেমা অভিনেত্রীৰ দৰে ময়ুৰী সেনগুপ্ত, আৰু মুখ চিত্র যুগৰ স্মৃতিৰ দৰে সুন্দৰ সুসজ্জিত কমলেশ্বৰী। ইয়াতকৈও চিড়ি বগাই ওপৰলৈ উঠি যাওঁতে কোনোবা ছিদ্রইদি অহা মধুৰ ৰজনীগন্ধাৰ সুবাসেৰে সম্মোহিত পৰিবেশে তাইক যেন কিবা এক অলৌকিক বাজীকৰী আভাসহে দি যায়। এই সুগন্ধিয়ে এক পলকতে তাইক অভিভূত কৰি পিচ পলকতেই যেন অজ্ঞান কৰি পেলায়।

গাড়ীৰ শব্দ শুনা মাত্রেই ময়ুৰী দৌৰি বাহিৰলৈ ওলাই আহিল, "হাই ডক্। কেইবাদিনৰে পৰা আপোনাৰ অপেক্ষা কৰি আছোঁ।" তাই চম্পাৰ হাতত ধৰি এনেকুৱাকৈ চিড়িৰে টানি লৈ গ'ল যেন এক অবোধ বালিকাইহে বহুত দিনৰ মূৰত তাইৰ বিচ্ছেদ হোৱা বান্ধৱীক লগ পাই আনন্দ-বিভোৰ হৈ পৰিছে।

"ইমান সুন্দৰ কমপ্লেকচন বাৰু আপোনাৰ কেনেকৈ হ'ল ডাক্তৰ যোশি। এটা কথা কওঁ?" তাই একেবাৰে অকণমান ছোৱালী এজনীৰ দৰে ধুপুচকৈ চিড়িতেই বহি পৰিল। "বহুত দেশ-বিদেশ ঘূৰিলোঁ কিন্তু ইমান সুন্দৰী ডাক্তৰণী দেখাৰ সৌভাগ্য মোৰ প্রথম বাৰহে হৈছে। আচলতে প্রায়েই ডাক্তৰণীবোৰ ৰুক্ষ আৰু কিবা দেখোন মতা মানুহৰ দৰে হয়। আপুনি কিন্তু একচেপচনেল। আপোনাৰ মেল পেচেণ্টবোৰ ছাগৈ আপোনাক দেখিয়েই শতকৰা নব্বৈ ভাগ ভাল হৈ উঠে। হয় নে নহয়? মই যদি নৰ হলোঁহেতেন, সঁচাই মই আপোনাক বিয়া কৰাই থলোঁহেতেন, তাৰ বাবে যদি মই পৃথিৱীৰ লগত অকলেও যুঁজিব লাগিলহেতেন

তথাপিও যুঁজিলোঁ হেতেন। কিন্তু দুর্ভাগ্য। আগৰ জন্মৰ বাবে বুক কৰিলোঁ। কিন্তু ?”

“মনে মনে থাক” বুলি কোৱা কমলেশ্বৰীৰ ধমকি শুনিও তাই মুশুনাৰ দৰেই হাঁহি হাঁহি চম্পাক এনেকৈ জোকাবলৈ ধৰিলে যে চম্পা ডাক্তৰণী নহয় যেন দুদিনৰ আগতে বিয়া কৰোৱাই অনা তাইৰ সুন্দৰী নবোৱেকহে।

“আৰে! মই এইবোৰ মিচাকৈ কৈছোঁ বুলি ভাবিছানেকি মা? শুনিছোঁ এখেতৰ হস্পিতালৰ গোটেই ষ্টাফেই এখেতক সুচিত্রা সেন বুলি কয়। হয় নে নহয় কওকচোন ডাক্তৰ যোশি।”

“তই কথা কলে শুনিবিনে নাই ময়ূৰী ?” কমলেশ্বৰীয়ে চিড়ি বগাই ফোপাবলৈ ধৰি কবলৈ ধৰিলে “বেচেৰী ইমান দূৰ বাট ট্রেইনেৰে আহি ভোকে-পিয়াহে তোৰ বন্ধুৰ খবৰ কৰিবলৈ আহিছে, সেইফালে তোৰ খবৰ নাই, তই আকৌ আজে-বাজে কথা বকি আকহে বিৰক্তি কৰি তুলিছ বেচেৰীক। যা সোনকালে ৰিণি থানক দেখুৱাই চম্পাক ডাইনিং ৰুমলৈ লৈ আহিবি। মই জলপান থিক কৰাইছোঁৱেই।”

“আহক ডাক্তৰ যোশি” বুহি হাঁহি হাঁহি ৰুমৰ দৰ্জ্জা খুলি ময়ূৰী থিয় হৈ ৰ'ল।

“আপোনাৰ বন্ধু ক'ত আছে মিচ সেনগুপ্তা ?” চম্পা ৰুমত সোমাই থিয় হৈয়েই থাকিল।

“আৰে বহকচোন ইমাননো কিহৰ লৰালৰি।” ময়ূৰীয়ে চকী এখন টানি দি তৎক্ষণাত দৰ্জ্জাখন সজোৰে বন্ধ কৰি দিলে। “এই ঘৰখনত একেবাৰেই প্রাইভেচি নাই ডাক্তৰ। যেতিয়াই দেখিব তেতিয়াই এক দজন বা আধা দজন চাকৰণী ইফালে সিফালে অনাহকত ঘুৰি ফুৰিছে ?”

“আপোনাৰ বন্ধু ক'ত আছে মিচ সেনগুপ্ত ?” বুলি চম্পাৰ কঠোৰ স্বৰৰ প্রশ্নই অকণমান সময়ৰ কাৰণে যেন সেই

উদণ্ড কথকী ছোৱালীজনীক বোবা কৰি পেলালে।

"বেমাৰীৰ কথা বাৰু পিছে পৰেও হব।" তাই ব্যঙ্গভাৱে ওঁঠ বেঁকা কৰি তিৰ্য্যক দৃষ্টি হানি ক'বলৈ ধৰিলে "এনেই দিল্লীতো সকলো সুবিধা আছিল।" দুয়োটা সুডোল ভৰি মেজৰ ওপৰত তুলি দি তাই এনেকৈ অন্যমনস্কভাৱে হাতৰ নখ কামুৰিবলৈ ধৰিলে যে চম্পা ভয় খাই উঠিল। কিজানি তাই নখ কামুৰি শেষ কৰি কব নোৱাৰাতে আঙুলিও কামুৰি শেষ কৰি পেলাব।

"পিছে দিল্লীত তাই বৰ ডেলিকেট ফিল কৰিছে। সকলোৱেই তাইক তাত জানে। এতিয়াতো কোনোৱেই গম পোৱা নাই তাইৰ বেমাৰৰ কথা। দিল্লীৰ এক প্ৰসিদ্ধ হোটেলৰ কেবেৰে নৰ্ত্তকী ৰিণি। সেই কাৰণেই চাকৰি বা তাইৰ এতিয়াৰ পৰিস্থিতি, যিকোনো এটাৰ পৰাতো মুক্তি পাবই লাগিব তাই। সেই কাৰণেই মই ইয়ালৈ লৈ আহিছোঁ। ইয়াত ইমান ডাঙৰ ঘৰ আৰু চহৰৰ পৰা ইমান দূৰ যে কোনেও গমেই নাপাব। আঠ দহদিন মানতেই সকলো ঠিক হৈ She can go back to her own job (চি কেন গ' বেক তু হাৰ অওন জব।")

"মই বুজা নাই। বেমাৰটোনো কি নকলে বাৰু মই কেনেকৈ চিকিৎসা হাতত লম"। চম্পাই সঁচাকৈয়েই সেই উদণ্ড ছোৱালীজনীৰ আগগুৰি নোহোৱা কথাবোৰ একেবাৰেই বুজি পোৱা নাছিল। তাই আকৌ উদিগ্ন হৈ সুধিলে "অসুখটোনো কি ভালকৈ বুজাই কওকচোন।"

"অ' বেমাৰ ?" ময়ুৰীৰ কুটিল হাঁহিত তাইৰ মুখৰ শিশুসুলভ সৰল মধুৰ ভাব পলকতে মোচ খাই গ'ল। তাই আকৌ কান্ধত পৰি থকা চুটি চুলিখিনি পিচলৈ ঠেলি দি একো নোহোৱাৰ ভাৱত কবলৈ ধৰিলে: "বেমাৰ সেইটোৱেই ডাক্তৰ, যিটোৱে আচলতে আমাৰ সকলো কুমাৰী ছোৱালীৰ কাৰণে কেঞ্চাৰ

ৰোগৰ দৰেই বিকট আৰু ভয়াবহ হৈ পৰে।"

কথা শুনি চম্পা খণ্ডত কোব খোৱা সাপৰ দৰে উগ্ৰ হৈ পৰিল, আৰু কৰ্কশভাৱে কবলৈ ধৰিলে "আপুনি মোক কি বুলি ভাবিছে মিচ সেনগুপ্ত ? আপোনাৰ দেউতাই এইবোৰ কাণ্ড কৰাবলৈকে ডাক্তৰণী নিযুক্তি কৰিছেনেকি ?"

'Oh, Don't be chilly, doc. This is her sixth weeks. (অই ডন্ট বি চিলি ডক্ দিচ ইজ হাৰ চিক্সথ উইকচ)। আৰু ওকালতিৰ ফালৰ পৰাও একো অসুবিধা নাই। তাতে এতিয়াতো এবৰচন লিগেলাইজড্ হৈয়েই গৈছে। বম্বেতভো এনেকুৱা এথন ক্লিনিকেই আছে, য'ত আপুনি চুইংগাম চোবাই তালৈ যাওক আৰু তিনি ঘণ্টামান পিছতেই ওলাই আহি স্ফূৰ্ত্তিৰে বন্ধু-বান্ধৱৰ লগত চিনেমা চাই ৰেষ্টুৰেণ্টত খাই ওলাই আহক, কোনেও গমেই নাপায়। বম্বেৰ এলেক্সা ক্লিনিকততো তাতকৈও কম সময় লাগে। এই গ'ল আৰু আহিল" বুলি হাতৰে দেখুৱা মুদ্ৰাত চম্পা খঙত একো নাই হৈ প্ৰায় চিঞৰিয়েই কৈ উঠিল "তেতিয়াহলে তালৈকে আপোনাৰ বন্ধুক লৈ নাযায় কিয় মিচ সেনগুপ্ত ? মই যাওঁ। এনেকুৱা কু-কৰ্ম্মৰ কাৰণে মোৰ একেবাৰেই সময় নাই। আপোনাৰ মাৰ ওচৰত মোৰ হৈ আপুনিয়েই ক্ষমা খুজিব।" থেটিচকোপডাল হাতত তুলি লৈ চম্পা যাবলৈ আহিল।

"এই ঘৰৰ পৰা সহজে বাহিৰলৈ ওলাই যোৱা ইমান সহজ নহয় ডাক্তৰ যোশি" বুলি ময়ূৰীয়ে বৰ কটা চুলিখিনি সজোৰে মুখৰ আগত পেলাই আগ্নেয় দৃষ্টিৰে চম্পালৈ চালে আৰু চম্পা সেই দৃষ্টিত শিয়ৰি উঠিল।

"আপোনাৰ সুগঢ়ী বক্ষস্থলত বন্দুক টোৱাইও মই এই কাম আপোনাৰ হতোৱাই কৰাব পাৰিলোঁহেতেন ডাক্তৰ যোশি।" ময়ূৰী এলেহুৱা মেকুৰী এজনীৰ দৰে হাত ভৰি কোচাই আৰামী চকী এখনত বহি পৰিল আৰু তাইৰ ক্ষীণ হাত দুটা মূৰৰ তলত

গাৰু এটাৰ দৰে কৰি আৰামেৰে চকু মুদি বহি ৰ'ল।

চম্পা খন্তত থৰ থৰ কৰে কঁপিবলৈ ধৰিলে আৰু লগে লগে ভাবিবলৈ ধৰিলে যে এই ছোৱালীজনীয়ে তেতিয়াহলে মোক বন্দিনী কৰিবলৈকে আঁচনি কৰিছেনেকি? আৰু তাইৰ সেই তেজস্বী, শান্ত মাকেও তেতিয়াহলে নিজৰ কন্যাৰ কাৰণেই ছলনাময়ীৰ দৰে ছলনা কৰিয়েই তাইক লৈ আনিছিলনেকি ইয়ালৈ? নানান চিন্তাত তাই বিহ্বল হৈ পৰিল।

"আৰে চিন্তা কিহৰ হনি?" ময়ূৰীয়ে তৎক্ষণাত ঠিয় হৈ এনেকুৱা ভংগিৰে কবলৈ ধৰিলে যেন তাই ইমান দেৰি টোপনিতহে আছিল, "মোৰ সুন্দৰী ৰূগিনীক যদি আপুনি এবাৰ দেখে মই নিশ্চয়কৈ ক'ব পাৰোঁ আপোনাৰ হৃদয়ো কৰুণাত বিগলিত হৈ পৰিব। Bit milk of human kindness (বিট মিল্ক অফ হিউমেন কাইগুনেচ)। তাৰ পিচত আৰু আপুনি মোৰ বন্ধুক এনে অৱস্থাত পেলাই থৈ কেতিয়াও যাব নোৱাৰে, তাক মই ভালকৈ জানোঁ। My sweet. ৰিণি ইয়ালৈকে ওলাই আহ Sweet heart" বুলি তাই কমৰ দৰ্জাখন খুলি অলপ ডাঙৰকৈয়ে তাইৰ বন্ধুক মাতিবলৈ ধৰিলে। সেই সুযোগতে চম্পাই তৎক্ষণাত খোলা দৰ্জাখনৰ ফালে আগবাঢ়ি গ'ল। ইচ্ছা কৰা হলে তাইৰ পথ অবৰুদ্ধ কৰি ধৰা ক্ষিণাঙ্গী ছোৱালীজনীক একে ঠেলাই পেলাইও তাই তাৰ পৰা ওলাই যাব পাৰিলেহেতেন। তাই এবাৰ মনতে ভাবিলেও ঠেলি পেলাই দি তাই গুচি যাবগৈনেকি? কিন্তু ময়ূৰীৰ মাত শুনি ওলাই আহি দৰজাৰ সন্মুখত হাঁহি হাঁহি ঠিয় হোৱা ছোৱালীজনীক দেখি তাই বিস্ময়ত প্ৰায় চেতনাশূন্য হৈ পৰিল, আৰু কোঠাটোলৈ তাই এখোজো আগবাঢ়ি যাব নোৱাৰা হৈ স্থিৰ হৈ ৰ'ল। তাইৰ মুখৰ ভৰি যেন আঠুৰ তলৰ পৰা একেবাৰেই অৱশ হৈ পৰিল। চকীৰ হাত এখনত ধৰি যদি তাই বৈ নগলহেতেন নিশ্চয় তাই মজিয়াত অচেতন হৈ পৰি গ'লহেতেন। তাইৰ সন্মুখত

সেয়া ঠিয় হৈ আছে তাইৰ মৰমৰ ভনীয়েক জুহি। ছুয়োকে ছুয়ো দেখি ছুয়োৰে মুখ একেলগেই যেন শেঁতা আৰু বিবৰ্ণ হৈ পৰিল।

"আৰে বাহ" বুলি ময়ূৰীয়ে চঞ্চলতাৰে হাঁহি হাঁহি সিহঁত ছুয়োজনীৰে সম্মুখত ঠিয় হৈ কবলৈ ধৰিলে "তোমালোক ছুয়োজনীকে দেখি এনেকুৱা লাগিছে যেন তোমালোক ছুয়োজনীয়ে ছুয়োজনীৰ ৰূপত মুগ্ধ হৈ সকলো পাহৰি পেলালা। But what a co-incidence (বাট হোৱাট এ ক'-ইনচিডেঞ্চ) ৰিণি খান। তুমি মুছলমান আৰু এখেত হিন্দু। এই বিষয়ে যেয়ে নাজানে তোমালোক ছুয়োকে যদি একেলগে এনেকৈ দেখে, তেতিয়া হলে নিশ্চয় কৈ উঠিব যে তোমালোক ছুয়োজনী একেবাৰে নিজৰ বাই-ভনী। বাৰু তুমি বহা ৰিণি মই যাওঁ, চাবা লাজ নকৰিবা আকৌ।" তাই এটা চকু ছুষ্টামিৰে মুদি হাত জোকাৰি কমৰ পৰা ওলাই গ'ল।

সম্মুখা-সম্মুখিকৈ ঠিয় হৈ ছুয়ো বাই-ভনীয়ে যেন চকুৰেই নিজৰ ক্ষোভ প্ৰকাশ কৰিলে। চম্পাই কঠোৰ দৃষ্টিৰে সৰু ভনীয়েকক নিৰীক্ষণ কৰিবলৈ ধৰিলে। কেইমাহ মানতেই যেন ভনীয়েক কিমান সলনি হৈ গ'ল। মুখৰ আকৃতি দীঘল হৈ যোৱাই নহয়, ছুয়ো চেলাউৰি সম্পূৰ্ণ প্লাক কৰি পেঞ্চিলৰে মিহিকৈ অঁকা চেলাউৰিৰ কাৰণে তাইৰ কপালখন আৰু প্ৰশস্ত হৈ ওলাই পৰিছে। সৰুতে জুলনা খেলোঁতে কাজিয়া লাগি তাই এদিন সৰু ভনীয়েকক জুলনাৰ পৰা পেলাই দিছিল আৰু জুহিয়ে কপালত ছুখ পাই তেজেৰে বাওলী হৈ পৰাত তাই নিজেই চিঞৰি চিঞৰি কান্দি উঠিছিল। আৰু ভনীয়েকৰ কপালৰ সোমাজত সেই পৰি ছুখ পোৱা দাগ সদাই স্পষ্ট হৈ আছিল। জুহি ডাঙৰ হৈ অহাৰ লগে লগে তাই বৰ কৌশলৰে কপালত ডাঙৰ ফোঁট আঁকি সেই ডাগ ঢাকি ৰাখিছিল। কিন্তু আজি সেই ডাগেই বেকত্ৰাচকৈ আঁচোঁৰা চুলি আৰু অনাবৃত কপালখনত ফোঁট নোহোৱাত দৃষ্টিকটু হৈ ওলাই পৰিছে। ব'ৰ

কটা চুলিখিনি তাইৰ কান্ধলৈকে বৈ পৰিছে, কাণত বাখৰ খটোৱা জুমকা, ডিঙিত হায়দৰাবাদী ডাঙৰ বাখৰ খটোৱা লকেট, বাহুত সৰ্পমুখী আৰমলেট আৰু আঙুলিত ডাঙৰ পাথৰখটোৱা আঙঠি দেখি চম্পাৰ এনেকুৱা লাগিল যেন নৰ্ত্তকীৰ সাজ-সজ্জা নোখোলাকৈয়েই তাই ফোপাই-জোপাই ৰঙ্গমঞ্চৰ পৰা ওলাই আহি অকণমান জিৰাবলৈহে বহি পৰিছে।

"তই এইখিনি কেনেকৈ পালিহি? তইতো আফগানিস্থানলৈ গুচি গৈছিলি?" কঠোৰ প্ৰশ্নৰ সুৰত চম্পা নিজেই আনমনা হৈ পৰিল। নিজৰ মুছলমান প্ৰেমীৰ লগত গুচি যোৱা সেই পিতৃহন্তা সৰু ভনীয়েকৰ শেঁতা পৰা মুখ দেখি চম্পাৰ হৃদয় অকস্মাত করুণাৰে ভৰি উঠিল। এয়া কি, সেইজনী তাইৰ মৰমৰ ভনীয়েক জুহিয়েই নহয় জানো? জুহিক আগবাঢ়ি সাৱটি ধৰিবলৈ তাইৰ মন ব্যাকুল হৈ পৰিল।

কিন্তু তৎক্ষণাত তাইৰ মানসপটত সেই পুৰণি জুহি যেন আকৌ ভাহি আহিল। তাইৰ শান্ত চকুত বিদ্ৰোহী মনৰ ছাঁ পৰিল। ইফালে আকৌ অকণো সময় পলম নকৰি জুহিয়েও কঠোৰ শব্দৰে বায়েকৰ ফালে খঙত চাই কবলৈ ধৰিলে "মই ইয়ালৈ আফগানিস্থানৰ পৰা আহিছোঁ বুলি ভাবিছানেকি তুমি? ইয়ালৈ আহিছিলোঁ হঠাৎ এক বিড়ম্বনাতহে, My dear sister" তাই ব্যঙ্গতাৰে হাঁহি আকৌ বায়েকক আক্ৰমণ কৰিবলৈ উদ্যত হৈ কবলৈ ধৰিলে "I never thought that of all the persons তোমাক ইয়াত পাম। তুমি এইখিনি কেনেকৈ পালাহি?" তাইৰ পেঞ্চিলৰে মিহিকৈ অকা চেলাউৰী বাঙ্গৰে ওপৰলৈ তুলি হাঁহি হাঁহি আকৌ কৈ উঠিল "Sengupta has taken I must say." (সেনগুপ্তা হেজ টেক্‌ন, আই মাষ্ট চে)

"মনে মনে থাক জুহি", চম্পাৰ মাত তীক্ষ্ণ হৈ ফাটি পৰিল। শ্মশানলৈ লৈ যোৱা বাপেকৰ অৰ্দ্ধমুদিত চকুৰ স্মৃতিয়ে

তাইক যেন পাগল কৰি তুলিলে সেই মুহূৰ্ত্তত। যি সক ভনীয়েকক দেখি অলপ আগতে তাই পোৱালী হেৰুৱা গাইৰ দৰেই ব্যাকুল হৈ পৰিছিল এতিয়া সেই উদ্ধত ভনীয়েকৰেই কাণত ধৰি চৰ দিবলৈ তাইৰ হাত চঞ্চল হৈ উঠিল।

"যাৰ লগত মুখ কলা কৰি পলাই গৈছিলি, সেই তনবীৰে তোক কিয় এৰি দিলে ?" বুলি কোৱা কথাষাৰত অসহ্য খঙ ব্যক্ত হৈ পৰিল আৰু তাইৰ কাণ মূৰো খঙত ৰঙা পৰি উঠিল।

"অ' তনবীৰ ? সি মোক এৰা নাই বাইদেউ, মইহে তাক এৰি দিছোঁ"। পুৰুষৰ দৰে ৰামনামী পাঞ্জাবীৰ ঢিলা জেপৰ পৰা চিগাৰেট কেচ উলিয়াই তাই চিগাৰেট এটা জ্বলাই মুখত লৈ চিন্তাকুল পুৰুষৰ দৰেই দাঠ ধোঁৱা নাকেৰে উলিয়াই চিলিঙৰ ফালে উৰুৱাই দিলে।

"হনিমুন কৰিবলৈহে আফগানিস্থানলৈ গৈছিলোঁ। কিন্তু নাই তাত হনি পালোঁ, নাই মুন। তাই ভবিৰ ওপৰত ভৰি তুলি আকৌ নিলাজীৰ দৰে হাঁহি হাঁহি কবলৈ ধৰিলে: "শহুৰৰ ঘৰৰ আদব-কায়দা দেখি মইতো একেবাৰে মূৰ্ছিত হৈয়েই পৰিছিলোঁ বাইদেউ। কি ডবা ঘৰ। শাহুৰ-শহুৰৰ কি মেজেষ্টিক যোৰা। আৰু বিশ্বাস কৰা পূৰা যোল্লটা চাকৰ। বাৰ্টলাৰ নিগ্ৰো। তেওঁ-লোকৰ চাৰিখন গাড়ী। অকল এয়াই নহয়। শহুৰৰ নিজা এৰ'প্লেনো আছে। সেই প্লেনেৰে তেওঁ কেতিয়াবা এডেনলৈ গৈছে আৰু কেতিয়াবা পাকিস্থানলৈ। কিন্তু তালৈ যোৱাৰ তিনিদিনৰ দিনাখনেই মোৰ সন্মুখত শহুৰৰ ঘৰৰ বৈভৱ সকলো বাহী ৰজনীগন্ধাৰ দৰেই হৈ পৰিছিল।" তাই আকৌ হাঁহি উঠিল। এই হাঁহিয়েইতো তাইৰ সলনি হোৱা নাই। যিমানবাৰেই তাই হাঁহিছিল সেই হাঁহিৰ শিশুসৰলতাই প্ৰত্যেকবাৰেই চম্পাক লবালিৰ মধুৰ দিনবোৰলৈ টানি লৈ গৈছিল। আৰু সক ভনীয়েকৰ অন্যায় অলপ সময়লৈ তাই পাহৰি পেলাইছিল। জুহিয়ে আকৌ বায়েকৰ সন্মুখত কবলৈ

ধৰিলে "শাহুৱেতো মোক কৰিব সাতসৰি হাৰেই দিছিল আৰু শহুৰে আন্তঃৰাষ্ট্ৰীয় কালেকচনৰ পৰা কিনি অনা হীৰাৰ বহুমূলীয়া আঙঠি। কিন্তু মোৰ অকৰ্ম্মন্য স্বামীয়ে মোক একো দিব পৰা নাছিল। তেওঁৰ বিচিত্ৰ বন্ধুবৰ্গই এটা এটাকৈ আহি মোক দেখা কৰি বহুমূলীয়া উপহাৰবে সুশোভিত কৰি তেওঁক লৈ গুচি গৈছিল। গোটেই ৰাতি মই তেওঁৰ প্ৰতীক্ষাত চটফটাই কটাই দিছিলোঁ। তেওঁ কেতিয়াবা উলটিছিল আধাৰাতি আৰু কেতিয়াবা ৰাতিপুৱাৰ আধা পোহৰ আধা আন্ধাৰ পৰিবেশত। তেওঁ মোক গুড নাইটৰ কাগজী ফুলৰ মালা দি বেৰৰ সিফালে মুখ কৰি অচেতন হৈ শুই পৰিছিল। মই লাহে লাহে অলপ অলপ বুজি উঠিছিলোঁ। কিন্তু এনেকুৱাতে তেওঁ এদিন নিজেই মোক সকলো বুজাবলৈ ধৰিলে :

"ক্ষমা কৰিবা জুহি। ভাবিছিলোঁ তোমাক বিয়া কৰাই মোৰ নিজৰ জীৱনৰ অতীতটোক পাহৰি পেলাম। কিন্তু এতিয়া দেখিছোঁ মই যিমান দূৰ আগবাঢ়ি গলোঁগৈ তাৰ পৰা ইচ্ছা কৰা সত্বেও মই উলটি আহিব নোৱাৰোঁ।"

তেওঁৰ জীৱন কেৱল পুৰুষতেই সীমিত আছিল বাইদেউ। তেওঁৰ সেই পুৰুষ বন্ধুৰ দ্বাৰাই লিখা কুৎচিত পত্ৰৰ ভাষা পঢ়ি মই ঘৃণাত শিয়ৰি উঠিছিলোঁ। যি পুৰুষে অন্য পুৰুষক প্ৰেয়সী বুলি সম্বোধন কৰিব পাৰে, তেওঁ জানো কেতিয়াবা স্ত্ৰীৰ লৈতে প্ৰেম কৰিব পাৰে? জুহি সেইদিনাই মৰি গৈছিল বাইদেউ। আৰু সেইদিনাই জন্ম হৈছিল ৰিণি খানৰ। কিন্তু Tanbir was a gentleman. (টনবিৰ ওৱাজ এ জেণ্টলমেন)। তেওঁ মোক সম্পূৰ্ণ স্বাধীনতা দিছিল। মই যলৈকে যাওঁ, যাৰ লগতে যাওঁ, তেওঁ অকণো বাধা নিদিছিল আৰু তেওঁ কোনোদিনে মোক কোনো কথাতে আপত্তি কৰা নাছিল। মোৰ মন সেইদিনাই বিদ্ৰোহী হৈ পৰিছিল, যিদিনা মোৰ ডাঙৰ জা ঘূৰি আহিছিল। মোৰ ডাঙৰ জা মুৰজাহাৰ মাকৰ ঘৰ আছিল পাকিস্থানত।

মোৰ যেতিয়া বিয়া হৈছিল তেওঁ পাকিস্থানত আছিল। ঘুৰি আহি তেওঁ ঠাট্টাৰে মোক প্ৰথম প্ৰশ্ন সুধিছিল: "কিহে তুমি লৰা নে ছোৱালী? তনবীৰ মিয়াৰ পুৰুষ বন্ধুৰ কমনীয় ছোৱালীৰ দৰে চেহেৰা দেখি দেখি মোৰ এনেকুৱা ভাব হৈছে তুমিও যেন ছোৱালীৰ দৰে দেখা লৰাবোৰৰে এজন। তনবীৰে যে ছোৱালী বিয়া কৰাব তাত মোৰ সন্দেহহে হৈছিল।" সেইদিনা মোৰ মনৰ অৱস্থা কি হৈছিল তুমি বুজিব পাৰিছাই ছাগৈ বাইদেউ।"

কিন্তু সেই নুৰজাহাই এদিন মোৰ প্ৰিয় বান্ধবী হৈ পৰিল আৰু কবলৈ ধৰিলে ইয়াত সকলোৰে একেই অৱস্থা ৰিণি। মোৰ পতিওতো আফিঙৰ নিচাত সদাই বেহুচ হৈ থাকে। সেই নিচাতো তোমাৰ পতিৰ নিচাতকৈও বিষাক্ত। লাহে লাহে তেওঁ একেবাৰে মগজুৰ ঠিক নোহোৱা হৈ পৰিছে। কিয় মনটো সৰু কৰা ৰিণি? বলা, মোৰ লগত ওলোৱা মই তোমাৰ সকলো দুখৰ উপশম ঘটাম। তুমি আৰু মইতো একেই ভুক্তভোগী। বিবাহিতা হৈও আমি কুমাৰী।"

তেৱেঁই প্ৰথমবাৰ মোক নাইট ক্লাবলৈ লৈ গৈছিল। আৰু তাতেই মোৰ পৰিচয় হৈছিল গুলছানৰ লগত। "গুলছান ডা ফ্ৰুট চেলেড গাৰ্ল" উস! কি যে অপূৰ্ব্ব নৰ্ত্তকী আছিল গুলছান। মাক আছিল ফ্ৰেঞ্চ আৰু বাপেক পাঠান। মাৰ্ব্বল পাথৰৰ মূৰ্ত্তিৰ দৰেই কুন্দতকটা তাইৰ শৰীৰ। মূৰৰ পৰা ভৰিলৈকে মাত্ৰ ফলৰে সৈতেই ঢাকি ৰাখিছিল গোটেই শৰীৰ। বক্ষস্থলত নাচপতিৰ বক্ষবন্ধনী, ক্ষীণ কটিত আঙুৰীপত্ৰৰ মেখেলা, কণ্ঠত চেৰীৰ মালা, হাতত আঙুৰৰ কঙ্কন। তাই সোমাই অহাৰ লগে লগেই কোঠালীৰ লাইট অফ কৰি দিয়া হৈছিল আৰু এক বৃহৎ ডাঙৰ সুন্দৰ মমদানিত জ্বলি উঠিছিল সুন্দৰ ৰঙ বিৰঙৰ মম। সেই জ্বলি উঠা মমৰ মধুৰ কোমল পোহৰত সেই নৃত্যপটিয়সীয়ে নাচিবলৈ আৰম্ভ কৰিছিল আৰু তাইৰ অপূৰ্ব্ব দেহবৈভৱৰ লোভনীয় ধোঁৱাই দৰ্শকমণ্ডলীক

প্ৰায় জ্ঞানশূন্য কৰি তুলিছিল। বিশেষ বাদ্যবৃন্দৰ লগত লাহে লাহে তাইৰ নৃত্য গতিশীল হৈ উঠিছিল। সেই নৃত্যৰতা অপেশ্বৰীয়ে তাইৰ নিজৰ এক এক সুন্দৰ ফলৰ ভূষণ খুলি খুলি দৰ্শকৰ মাজলৈ দলিয়াই দিছিল। যি দৰ্শকৰ গাত তাইৰ সেই বিষ লগোৱা বাণ পৰিছিল, সেই বেচেৰা চাকিৰ পোহৰত ছগাৰ হোৱাৰ দৰে জ্ঞানশূন্য হৈ পৰিছিল। দৰ্শকে দুশ টকাৰ টিকেট কিনি সেই নৃত্য চাবলৈ আহিছিল। সপ্তাহত দুদিনহে নাচিছিল গুলছনে আৰু তাইৰ সেই দুয়ো দিনেই যেন আমি দুয়ো জা-জোৱালীৰ অনুপস্থিতিত আধৰুৱা হৈ যাব। সেই গুলছনৰ পৰাই মই বেলে ডাঞ্চ শিকিছিলোঁ। আফগানিস্থানৰ সেই নৃত্যৰ আঙুৰি সাজসজ্জাত নিজৰ লক্ষ্ণৌত শিকা কথক নৃত্যৰ আঙুৰি পোছাক-পৰিচ্ছদ পিন্ধাই ভাৰতৰ প্ৰসিদ্ধ হোটেলত মই নাচিবলৈ আৰম্ভ কৰিলোঁ।

কিন্তু যি বেলে ডাঞ্চে মোক প্ৰসিদ্ধ কৰি তুলিলে, সেয়াই এতিয়া মোৰ হাতৰ পৰা ওলাই যোৱাৰ উপক্ৰম হৈছে। সেই কাৰণেই তাৰ পৰা উদ্ধাৰৰ আশাৰে ইয়ালৈ আহিছিলোঁ। কিন্তু ভাগ্যৰ কি পৰিহাস!" তাই এক দীৰ্ঘ নিশ্বাস টানি দুয়ো হাত শূন্যতে উৰুৱাই কবলৈ ধৰিলে "ইয়াতো আকৌ নিজৰ বাইদেৱেই ডাকুৰণী হৈ ওলালহি। নিজৰ জেঠায়েকে জানো নিজ হাতেৰে নিজৰ..."

"জুহি, মনে মনে থাক। লাজ লগা নাই তোৰ?" চম্পাৰ কপালত ঘামৰ বিন্দু বিন্দু মুকুতা জ্বলি উঠিল। "তই কৈছিলি দেখোন তনবীৰ ইজ এ জেণ্টলমেন। তেতিয়াহলে তাৰ ওচৰলৈকে গুচি নাযাব কিয় মূৰ্খ।"

"যিমানেই জেণ্টলমেন নহওক, সি জানো লোকৰ এক সন্তানক গ্ৰহণ কৰিব? পুৰুষে নাৰীক সম্ভোগ কৰিব পাৰে, কিন্তু পিতৃত্বৰ দায়িত্ব লব নোৱাৰে। নিজৰ সন্তানৰ দায়িত্ব নোৱাৰাতহে লয় বাইদেউ। তুমি মোতকৈ ডাঙৰ হৈও বহুত কথা এতিয়াও বুজি উঠা নাই, যি কথা মই ঘৰৰ পৰা ওলাই অহাৰ পিচ মুহূৰ্ত্ততে

বুজি উঠিছিলোঁ।

"লোকৰ সন্তান? এয়া তই কি বকিছ? তোৰ ইমান অধঃপতন?"

"কিন্তু ডিয়েৰ মিচ যোশি! তনবীৰে যদি মোক সন্তানেই দিব পাৰিলেহেতেন, তেতিয়াহলে মই জানো আজি নটিনী হৈ হোটেলত নাচিলোঁহেতেন?

"আৰে বাপৰে বাপ।" দুৱমুৰকৈ আধা খোলা দুৱাৰখন সজোৰে ঠেলি দি ময়ুৰী ধুমুহাৰ দৰে কোঠাটোলৈ সোমাই আহিল। "ইয়াত তোমালোক ডাক্তৰ আৰু ৰুগীয়ে কথাৰেই পেট ভৰাই পেলালা, সিফালে মায়ে একেবাৰে খণ্ডত মোক বকিবলৈ আৰম্ভ কৰিছে যে বেচেৰী ডাক্তৰণীক বোলে আমি ভোক-পিয়াহত মাৰিবলৈহে বুদ্ধি কৰিছোঁ। কিহে ৰিণি, কি মন্ত্ৰৰে তুমি এখেতক মন্ত্ৰমুগ্ধ কৰি পেলালা? এখেতেতো কাকো গাত হাত থবলৈকে নিদিয়ে!"

চম্পাৰ মুখ আগৰ দৰেই গম্ভীৰ হৈ থাকিল আৰু কাকো একো নোকোৱাকৈ লৰালৰিকৈ চিড়িৰে তললৈ নামি গ'ল। একপ্ৰকাৰ প্ৰায় তাই দৌৰিয়েই নামি আহিছিল তললৈ। ভাগ্যে ৰিক্সা এখন পাই তাতেই তাই বহি পৰিল।

ঘৰ যেতিয়া পালেহি, তেতিয়া মিনি আহি পোৱা নাছিল। কাপোৰকানি নসলোৱাকৈয়ে তাই কাটি পেলোৱা গছ এডালৰ দৰে নিঃসাৰ হৈ বিচনাত দীঘল দি পৰিল। তাই মনে মনে ভাবিবলৈ ধৰিলে ভগৱানে তাইক বাৰু পদে পদে কিয় এনেকৈ ছলনা কৰি আহিছে? তাইতো একো দোষ কৰা নাছিল। কিহৰ শাস্তি এইয়া? আজি এইয়া কি বিষম পৰিস্থিতিৰ চাকনৈয়াত এৰি দিলেহি তাইক? তাই দুয়ো হাত বুকুৰ ওপৰত থৈ লাহে লাহে শূন্য দৃষ্টিৰে চিলিংখনলৈ নিঠৰ হৈ চাই ৰ'ল। তাই মনে মনে ভাবিবলৈ ধৰিলে যে বৰবঙলাৰ গাড়ী যিকোনো মুহূৰ্ত্ততে আহিব পাৰে আৰু ময়ূৰীয়ে কোৱাৰ দৰেই তাইৰ বুকুৰ আগত বন্দুক টোৱায়েই তাইক

ভনীয়েকৰ মূৰৰ শিতানত মাস্ক পিন্ধি ঠিয় হবলৈ বাধা কৰাব পাৰে। তাতকৈ তাই ৰাতিৰ ভিতৰতে ৰাতিৰ ট্ৰেইনৰে ইয়াৰ পৰা গুচি যোৱাৰ কথাই ভাবিবলৈ ধৰিলে।

"আৰে যোশি তুমি বৰবঙলালৈ গৈছিলানেকি? খোৱা বস্তুবোৰ দেখোন এতিয়াও মেৰ্জতেই পৰি আছে? চান্দমনিক সোধাত কলে দিদিযে গিয়েছিল বৰকোঠি।" মিনি ধুমুহাৰ দৰে আহি কমত সোমাই তাইৰ পালেঙত বহি পৰিল। "অ' মা! এইবাৰ কি হ'ল? মুখ ইমান শুকান, চকু উদাস, কি হ'ল তোমাৰ?"

এতিয়ালৈকে যত্নৰে ৰোধ কৰি ৰখা অশ্রুৰাশিয়ে চম্পাৰ সম্পূর্ণ শৰীৰ কঁপাই তুলিলে। মিনিয়ে বিচনাৰ পৰা উঠি গৈ তৎক্ষণাত দুৱাৰৰ হুকডাল লগাই দি তাইৰ উচুপনিৰে কঁপি উঠা পিঠিখনত মৰমৰে হাত বুলাই কবলৈ ধৰিলে "যোশি, ইমান করুণকৈ নাকান্দিবা সোণজনী। তোমাৰ চকুপানী মই একেবাৰেই সহ্য কৰিব নোৱাৰোঁ। মই জানিছিলোঁৱেই এদিন এনেকুৱা এক ঘটনা ঘটিবই। সেনগুপ্ত কেনেকুৱা পশু মই তাক জানোঁ। সেই কাৰণেই এদিন মই তোমাক সকলো বিপদৰ কথা জনাই সাৱধান কৰি দিছিলোঁ।"। মিনিয়ে এক দীর্ঘ নিশ্বাস টানি লাহে লাহে বৈ বৈ কথাবোৰ এনেকৈ কৈ যাবলৈ ধৰিলে যেন কমটোত তাই অকলেহে আছে আৰু এইয়া যেন তাই নিজৰ লগতেহে কথা পাতিছে।

"মোৰ বৈধব্যৰ অশৌচ শেষেই হোৱা নাছিল। আৰু এদিন বৰবঙলাৰ পৰা মই এনেকৈয়ে কান্দি কান্দি ওলাই আহিছিলোঁ। নৰবাঘৰ সেই নখৰ দাগ, ক্রোদ্ধ আক্রমণৰ আঘাট মই জানো কেতিয়াবা পাহৰিব পাৰিম যোশি? মই যদি জানিলোঁহেতেন তুমি বৰবঙলালৈ গৈছা, মই হস্পিতালৰ পৰাই তোমাৰ লগত গুচি গলোঁহেতেন। কিন্তু মিষ্টাৰ সেনগুপ্তো বাহিৰলৈ গৈছিল; কেতিয়া

ঘূৰিল ?”

চম্পা লাহেকৈ বিচনাখনত উঠি বহিল আৰু মিনিৰ ফালে কৰুণ সিক্ত চকুহালি তুলি কবলৈ ধৰিলে “মিনি, সেনগুপ্ত ইয়াত নাই। মই মিচেচ সেনগুপ্তৰ লগতহে তালৈ গৈছিলোঁ।।”

“তেতিয়াহলে, তেতিয়াহলে কিয় কান্দিছা তুমি ?”

সেই মুহূৰ্ত্তত চম্পাৰ এনেকুৱা লাগিল যেন এতিয়াই যদি তাই তাইৰ হৃদয় দুখৰ কথা কাৰোবাৰ আগত নকয়, তেতিয়াহলে তাই যেন দুখত পাগল হৈ পৰিব। সেয়ে তাই আৰম্ভৰে পৰা শেষলৈকে মিনিৰ আগত তাইৰ কৰুণ কাহিনী সম্পূৰ্ণকৈ কৈ পেলালে। নিজৰ বিয়া ভঙাৰ কথাও তাই গোপন নকৰিলে। তাইৰ এনেকুৱা লাগিল যি হৃদয়ৰ বেগৱতী প্ৰচণ্ড ধাৰাক আৱদ্ধ কৰিবলৈ তাই এতিয়ালৈকে সংযমৰ টান শিকলীৰে মনৰ সকলো দুৱাৰ বন্ধ কৰি ৰাখিছিল, সেয়েই যেন এতিয়া মিনিৰ মৰমত শিথিল হৈ স্বয়ং পাৰাপাৰ ভাঙি বৈ আহিল। চেষ্টা কৰিও তাই যেন ধাৰাৰ লগত নদীত বৈ অহা শিল-বালিৰ দৰেই নিজক আৱদ্ধ কৰি ৰাখিব নোৱাৰিলে। তাইৰ বিয়া ভঙাৰ লগত গঁথা জুহিৰ প্ৰেম-বিবাহ, বাপেকৰ মৃত্যু, মাকক চেনাটেৰিয়ামত থবলৈ যাওঁতে পেহিয়েকে জয়াৰ আঙঠি পিন্ধোৱাৰ খবৰৰে দিয়া চক্ ট্ৰিটমেণ্ট আৰু এতিয়া জুহিয়ে কৰা নিৰ্লজ্জ আচৰণৰ পৰা আৰম্ভ কৰি ময়ূৰী সেনগুপ্ত আদিলৈকে তাই তাইৰ সকলো কৰুণ কাহিনী মিনিক শুনাই নিশ্চুপ হৈ বহি ৰ’ল। মিনিয়েও এই সকলোবোৰ শুনি চম্পাৰ ভাগ্য বিড়ম্বনাৰ কথা সুঁৱৰি স্তব্ধ হৈ পৰিল।

‘‘তুমি যে কি অবোধ যোশি ?” এক কৰুণ হুমুনিয়াহ এৰি তাই নিজৰ শাড়ীৰ আচলৰেই চম্পাৰ অশ্ৰুশিক্ত কৰুণ মুখ মচি দিলে।

“তুমি নিজৰ ঠিকনাই যদি কাকো নিদিলা সেয়া কাৰ দোষ ?”

"মইতো তাৰবাবে কাকোৱেই দোষী কৰা নাই মিনি। কিন্তু মই ইয়াৰ পৰা আজি, এই মুহূৰ্ত্তেই পলাই যাব খুজিছোঁ। আজিয়েই ··· বুজিছা মিনি ?"

"শুনা যোশি।" মিনিয়ে তাইৰ হাত এখন নিজৰ হাতৰ মুঠিত লৈ অন্যমনস্কভাবে কবলৈ ধৰিলে, "ইচ্ছা কৰিলে তুমি আজিয়েই একেবাৰে নিশ্চিন্ত মনৰে কলিকতালৈ পলাই যাব পাৰা। কিন্তু তুমি যদিও কলিকতালৈ গুচি যোৱা সেনগুপ্তই তোমাক কেতিয়াও এৰি নিদিয়ে। তেওঁৰ গুপ্তচৰ বিভাগক মই ভালকৈয়েই জানোঁ। বেলপুৰ লাভাপুৰ বাচকটত নানুৰলৈ ৰাতিপুৱাৰ প্ৰথম বাচখন যায় তাতেই তুমি পাকুৰহাটলৈ গুচি যোৱা। গৰুগাড়ীৰে তিনি মাইল ৰাস্তা তোমাক তাৰে এক পটুৱা পৰিবাৰৰ কোনোবা এজনে পাৰ কৰি থৈ আহিবগৈ। সেই এলেকাৰে এক পটুৱা পৰিবাৰৰ বোৱাৰীয়েকৰ দুটা সন্তানেই মোৰ হাতত হৈছিল। তেওঁলৈকে মই চিঠি এখন লিখি দিওঁ। সেনগুপ্তৰ পৰিবাৰৰ কোনো গুপ্তচৰী চৰায়েই তালৈ উৰিব নোৱাৰে। বেণুপদ চিত্ৰকৰেই তোমাক চাইথিয়াৰ পৰা কলিকতাত থৈ আহিবগৈ। কলিকতাৰ পৰা তুমি সোজা বম্বেলৈ গুচি যাবা"।

"বম্বে ? তালৈ মই কাৰ ওচৰলৈ যাম ?" চম্পাৰ দুয়ো ওঠ তেতিয়াও কঁপি আছিল।

"তাকেইতো তোমাক কবলৈ ধৰিছোঁ। আজিৰ ডাকতেই বম্বেত হোৱা এখন চেমিনাৰৰ কাৰণে মোৰ বন্ধু এজনে মোলৈ এখন নিমন্ত্ৰণী চিঠি দি পঠাইছে। ওৱাৰ্ল্ড গাইনকল'জিষ্ট মিট্ (World gynaecologist meet) হব তাত। তেওঁলৈ মই সকলো লিখি বুজাই দিম। মই নগলেও তুমিয়েই ডেলিগেট হৈ বীৰভূমক ৰিপ্ৰেজেণ্ট কৰাগৈ। মিষ্টাৰ সেনগুপ্ত আহিলে মই বুজাই ক'ম যে ডাক্তৰ যোশিতো আমাৰ হস্পিতালৰ চিনিয়ৰ ডাক্তৰ। মিটিংখন এটেণ্ড কৰিলে আমাৰ হস্পিতালৰ সুখ্যাতিও বাঢ়িব আৰু

আমাৰ বীৰভূমৰ নামো বাহিৰত ভালকৈ প্ৰচাৰ হৈ পৰিব। তুমি যেতিয়া চেমিনাৰৰ পৰা ঘূৰিবা, তেতিয়ালৈকে ময়ূৰী সেনগুপ্তা ইয়াত কেতিয়াও নাথাকে। পিচৰ সপ্তাহতে ময়ূৰী সেনগুপ্তা জাপানলৈ যাব। সেয়া মই ভালকৈয়ে জানোঁ। কাৰণ টিকেটৰ কাৰণে বিকবাবুক ফোন কৰা মই নিজেই শুনিছোঁ। তেওঁৰ লগতেই ছাগৈ তেওঁৰ বন্ধুও গুচি যাব। এইবাৰতো মই তোমাক কোনোৰকম ৰক্ষা কৰিম, কিন্তু তুমি যেতিয়া উলটি আহিবা তেতিয়া আৰু মই ছাগৈ তোমাক বচাব নোৱাৰিম।"

ৰাতিৰ ভিতৰতে মিনিয়ে বিশেষ যা-যোগাৰ কৰি এম্বুলেঞ্চৰেই চম্পাক লুকুৱাই নাম্বুৰত থৈ আহিলগৈ। আৰু তাৰ পৰাই আৰম্ভ হ'ল গৰুগাড়ীৰ যন্ত্ৰণাদায়ক যাত্ৰা। গৰুগাড়ীৰ জোকাৰণিৰ পৰা নামি যেতিয়া তাই পাকুৰহাট পালেগৈ সেই গাঁৱৰ মৰিশালিৰ নিচিনা নিস্তব্ধতাই তাইৰ বাকী থকা চেতনাখিনিও হৰি নিলে। এমুঠিমান সৰু সৰু জুপুৰিৰে সেই সৰু গাওঁখন মাত্ৰ কেইটামান ভতুৱা কুকুৰৰ ভুক-ভুকনিতহে মুখৰিত হৈ আছিল। মিনিৰ চিঠিখন হাতত লৈ তাই অসামঞ্জস্যভাৱে থমকি ৰৈ আছিল, এনেতে হেম্বেলিয়াই অহা গৰুৰ পাল এটা খেদি অনা গৰখীয়া এটাই তাইক দেখি আচৰিত হৈ থতমত খাই সুধিবলৈ ধৰিলে "কাকে খুঁজচেন দিদি ?" (কাক বিচাৰিছে বাইদেউ।) "অ' বেনুপদ চিত্ৰকৰৰ ঘৰ বিচাৰিছে ? আহক! আহক! ময়েই লৈ যাম। বেনুপদৰ গান মেচিনত তুলিবলৈ আহিছেনেকি আপুনি ?" সি মহা উৎসাহৰে বেনুপদৰ কণ্ঠৰ প্ৰসংশাৰ পুল বান্ধি চম্পাক এখন সৰু হাবি পাৰ কৰি লৈ গ'ল আৰু লগে লগে সি অনৰ্গল কৈ যাবলৈ ধৰিলে "উস! কি যে সুন্দৰ গায় বেনুপদে! কি যে সুন্দৰ মাত! আজিহে গান গাই গাই নাম্বুৰৰ পৰা উভতিছে তেওঁ। যোৱা মাহত কলিকতাৰ পৰা এজন বাবু আহিছিল তেওঁৰ গান মেচিনত তুলিবলৈ। কি যে সুন্দৰ গাইছিল বেনুপদে! আৰু বাবুয়ে সেই

গান মেচিনত ভৰাই লৈ গ'ল। আমাৰ সম্মুখত একেবাৰে মৌনভাবে বহি আছিল বেনুপদ আৰু গোলগোল ঘূৰা মেচিনত অবিকল তাৰ কণ্ঠৰেই গান গাই উঠিছিল :

"আজ ৰাজাৰ পুত্ৰ ৰাজা নামে দশৰথ
সভা কৰে বসে আছে লৈয়ে প্ৰজাগণ"

"অ'হে বেনু, দেখ কে এসেছে!" এখন জৰাজীৰ্ণ ঘৰৰ দুৱাৰত খট-খটাই তেওঁ চিঞৰিবলৈ ধৰিলে। তেওঁৰ মাত শুনি জৰাজীৰ্ণ লেতেৰা এখন লুঙি পিন্ধি দৰজাখন অলপমান মেলি দি বেনুপদ চিত্ৰকৰ থিয় হ'লহি। চম্পাই তেওঁৰ হাতত মিনিয়ে দিয়া চিঠিখন তুলি দিলে। "আসুন, আসুন" দিদি বুলি তেওঁ চিঠি পঢ়ি দৰজাখন একেবাৰে বহলকৈ মেলি ধৰিলে। চোতালত পাৰি থোৱা চালপীৰা এখনত পাটি এখন পাৰি থোৱা আছিল। তেওঁ তাকে হাতেৰে মোহাৰি গাৰ গামোচাখনৰে জাৰি জোকাৰি পৰিস্কাৰ কৰি হাতযোৰ কৰি ঠিয় হৈ থাকি কবলৈ ধৰিলে, "আপুনি অনুগ্ৰহ কৰি অকণমান বহক। মই মোৰ পত্নী আৰু বোৱাৰীক মাতি আনোঁগৈ। আপুনি অকণো চিন্তা নকৰিব; মোৰ লৰাটো যদিও হাতলৈ গৈছে, মই ওচৰ চুবুৰীয়াৰ পৰাই এখন গৰুগাড়ী বিচাৰি আনি আপোনাক চাইথিয়াত থৈ আহিমগৈ।" তেওঁ চম্পাক অভয় দি লৰি গৈ তেওঁৰ পত্নী আৰু বোৱাৰীয়েকক মাতি আনিলেগৈ। সেই স্নেহময় দৰিদ্ৰ গাৱঁলীয়াৰ সৰল আতিথ্যই চম্পাৰ শৰীৰৰ দুখ-ভাগৰ সকলো দূৰ কৰি পেলালে। গোটেইদিন তেওঁ ইফালে সিফালে মেলা হাট আদিত বাপেক ককাক, আজু ককাকহঁতৰ চিত্ৰৰ কাৰুকাৰ্য্য দেখুৱাই গান গায়েই নিজৰ পৰিয়ালৰ ভৰণ-পোষণ দিছিল। তেওঁৰ সেই ছবিবোৰৰ কোনোবাখন ছবিত পৰলোক গমণৰ দৃশ্য, কোনোবা পটত আকৌ যমদূতৰ ভয়ানক দুখ-যান্ত্ৰণাৰ চিত্ৰ, কোনোবা চিত্ৰত আকৌ নৰক যাতনাৰ সজীৱ চিত্ৰ আৰু কোনোবা চিত্ৰপটত অষ্টভূজা দেবীৰ অনুপম ছবি

অঙ্কিত আছিল।

"আমাৰ এই সম্প্ৰদায়টো বহুত পুৰণি সম্প্ৰদায় বাইদেউ ;" বেন্নুপদে ৰচিবে বন্ধা নিজৰ চশমাজোৰ খুলি হাতত তুলি লৈ কবলৈ ধৰিলে "এতিয়াতো মোৰ চকুৰ জ্যোতিও লাহে লাহে নাইকিয়া হৈ আহিছে আৰু চিত্ৰপটো মই ভালকৈ নমনোঁ, । সকলোবোৰ মনিব নোৱাৰি ধুৰঁলী কুঁৱলী দেখো । আন্দাজতহে গাই যাওঁ । আচলতে আমাৰ পূৰ্ব্বপুৰুষ চানক্যৰ গুপ্তচৰ আছিল । বাণভট্টৰ 'হৰ্ষচৰিত্ৰ'তো আমাৰ বংশৰ উল্লেখ আছে ।"

তেওঁৰ কথাত আচৰিত হৈ চম্পাই তেওঁৰ ফালে ৰ' লাগি চাবলৈ ধৰিলে । লেতেৰা ফটা লুঙ্গি, টাপলি লগোৱা আদ্দিৰ পাঞ্জাবি, ৰচিবে বন্ধা চশমা আদিৰে দেখিলে একেবাৰে সাধাৰণ গাৱঁলীয়াৰ দৰে লগা এই পটুৱাৰ মুখত বাণভট্টৰ নাম শুনি চম্পা একেবাৰেই আচৰিত হৈ পৰিল । আচৰিত হোৱাতো একেবাৰেই স্বাভাৱিক । বেন্নুপদ চিত্ৰকৰক ছাগৈ চম্পাৰ এই আচৰিত হৈ পৰা চেহেৰাই আৰু উৎফুল্লিত কৰি তুলিলে । "সঁচাই কৈছোঁ বাইদেউ, বাণভট্টৰ হৰ্ষচৰিতত বৰ্ণনা কৰাৰ দৰে আপুনি প্ৰবেশ কৰা সময়ত যম প্ৰৰ্য্যতকক দেখা শ্ৰীহৰ্ষৰ কথা মনত পৰি ভয় খাই উঠিছিলোঁ মই । আপুনি হতাশ নহব । কিবা শুভ কামৰ বাবে যাবলৈ ওলাইছেনেকি ? যান, যান, দিদি । আপোনাৰ একো অমঙ্গল নহয় । লখিৰ পিতিম আপুনি । আমাৰ অমঙ্গলে আমাৰ সম্প্ৰদায়কেই খাই নিশেষ কৰি পেলাইছে বাইদেউ । আমৰা কি আৰ অপয়া ৰয়েছি দিদি ?"

কিন্তু বহুত দেৰিলৈকে যম পৰ্য্যটকৰ সেই বিচিত্ৰ প্ৰশ্ন স্বয়ং চম্পাৰ কাণত বাজি থাকিল । "কিবা শুভ কাৰ্য্যৰ বাবে ওলাইছেনেকি ?"

"আপুনি ছাগৈ তেতিয়া জন্মই হোৱা নাছিল, যেতিয়া মই বৰ্দ্ধমানৰ পৰা কাব্যতীৰ্থ পাছ কৰিছিলোঁ । এক সংস্কৃত পাঠশালাত

চাকৰি পাইছিলোঁ। কিন্তু আমাৰ সম্প্ৰদায়ৰ প্ৰথাও এক বিচিত্ৰ, হিন্দু হৈও আমি বোজা ৰাখোঁ। সেয়াকে এদিন কোনোবাই পণ্ডিত মহাশয়ৰ ওচৰত কোৱাত পণ্ডিত মহাশয় খণ্ডত এটো নাই হৈ সেইদিনাই তাৰ পৰা মোক খেদাই দিলে। আৰু কলে ম্লেছ যম পৰ্য্যটক হৈ দেৱবাণীক কলঙ্কিত কৰিবলৈ ইয়ালৈ আহিছ? ঠিক সেইদিনাৰ পৰাই মই আমাৰ পুৰণি ব্যৱসায় পটুৱা হৈ গাই ফুৰিছোঁ:

হিৰামতী বেশ্যা ছিল মহাপাপেৰ পাপী,
অন্নদান, বস্ত্ৰদান, দান ধন্য কৰি,
স্বৰ্গলাভ কৰিল বেশ্যা হিৰামতী।"

এদিনৰ পৰিচয়ৰ সেই পাকুৰহাড়েৰ চিত্ৰকাৰে নিজে বহুত যত্ন কৰি কলিকতাত থৈ আহিলগৈ চম্পাক। চম্পাৰ গাড়ী নেৰাঁলৈকে বেনুপদে চম্পাৰ হাত এৰি দিয়া নাছিল। যেতিয়া গাড়ী লাহে লাহে চলিবলৈ ধৰিলে তেওঁ দুয়ো হাত যুৰি এনেকৈ ঠিয় হৈ ৰ'ল যেন কোনোবা দেৱস্থানৰ মেলা দুৱাৰৰ সন্মুখত তেওঁ কোনোবা দেবীৰহে বন্দনা কৰিছে। "বাইদেউ আজি মোৰ পৰম সৌভাগ্য। ঘৰত বহিয়েই বেনুপদে তাৰ পৰম আৰাধ্যা লক্ষ্মীদেবীৰ দৰ্শন পালে। এইবাৰ যেতিয়া নতুন পট আঁকিম তেতিয়া দেবী-মূৰ্তিৰ মুখৰ ৰূপ একেবাৰে আপোনাৰ নক্সাৰেই আঁকিম" বুলি তামোল চূণৰে বোলোৱা দাঁত ওলোৱা হাঁহিৰে তেওঁ মধুৰকৈ হাঁহি হাঁহি কলে "আপুনি যেতিয়া উভতিব এই সেৱকক খবৰ দিবলৈ নাপাহৰিব কিন্তু? দাস আপোনাক নিবলৈ নিজেই আহি শিয়ালদহত উপস্থিত হবহি।"

বম্বেৰ গাড়ীত বহাৰ লগে লগেই চম্পাই নিজৰ লৰালিৰে কৰা পৰিকল্পনাৰ আভাস পালে। কিযে মূৰ্খামি কৰি পেলালে তাই। ইমান ডাঙৰ চেমিনাৰ যত ভাৰতৰ এজন এজন গুণী বিশেষজ্ঞ উপস্থিত থাকিব, তাত বাৰু তাই কি বুলি নিজৰ পৰিচয় দিব? সেইটো ঠিক যে মিনিয়ে নিজৰ বান্ধবী ডাক্তৰ সৌদামিনী

পেটেললৈ দীঘলীয়া চিঠিৰে তাইৰ সম্পূৰ্ণ পৰিচয় লিখি পঠাইছে আৰু সেয়াই নহয় সৌদামিনীৰ ফোন নম্বৰো লিখি দি পঠাইছে। ভি, টিত ফোন কৰিলেই সৌদামিনী স্বয়ং গাড়ী লৈ তাইক নিজৰ লগত লৈ যাবহি বুলিও কৈ পঠাইছে। তথাপিও চম্পাৰ অন্তৰ বাৰে বাৰে ভয়ত থপথপাবলৈ ধৰিলে। কবিডবেৰে সৈতে সেই দুই বাৰ্থৰ কুপটোত তাই যে অকলেহে থাকিব সেয়া জানি তাই প্ৰসন্ন হৈ উঠিল। তাইৰ মনৰ যিহে অৱস্থা। তাই নিঃসঙ্গতাকেই কামনা কৰিছিল। চিটকানি লগাবলৈ দুবাৰমান আপ্ৰাণ চেষ্টা কৰিও তাই চিটকানিডাল লগাব নোৱাৰিলে। বোধহয় চিটকানি-ডালত মামৰে ধৰিছে। দুই তিনিবাৰ চেষ্টা কৰিও ব্যৰ্থ হৈ তাই চাদৰখন গাত লৈ শুই পৰিল। তীব্ৰ গতিৰে আগবাঢ়ি যোৱা গাড়ীৰ জোকাৰণিত তাইৰ চকু অজানিতে মুদ খাই আহিছিল। কিন্তু অনিদ্ৰাত অভ্যস্ত চকু বহুত দিনৰ মূৰত ভাগৰি পৰিল যদিও তাই চেষ্টা কৰিও টোপনি আনিব নোৱাৰিলে। বহুত ৰাতিলৈকে তাই শুব পৰা নাছিল আৰু তাইৰ চকু অঙঠাৰ দৰে ৰঙা হৈ পৰিছিল। বেহেৰাই দৰ্জা খটখটাই খোৱাৰ কাৰণে সুধি গ'লহি; কিন্তু তাইৰ একেবাৰেই ভোক নাছিল। তাইৰ মূৰৰ বিষত যেন মূৰ ফাটি পৰিব। হাতৰ নাড়িৰ দ্ৰুত বেগ দেখি তাই বুজি উঠিল এয়া মূৰৰ বিষ তাইৰ অনিদ্ৰাৰ কাৰণে নহয়। তীব্ৰ জ্বৰে তাইক চেপি ধৰিছেহি। চাদৰখন মূৰলৈকে টানি লৈ তাই তীব্ৰ জ্বৰৰ কঁপনিৰ পৰা ৰক্ষা পাবলৈ ব্যৰ্থ চেষ্টা কৰিবলৈ ধৰিলে আৰু লগে লগে তাই চিন্তিত হৈ পৰিল। তেতিয়াহলে বীৰভূমৰ কুখ্যাত মেলেৰিয়াই পালেনেকি তাইক? নিজৰ শৰীৰৰ তাপতেই তাইৰ গা জ্বলিবলৈ ধৰিলে। চকুৰে বৈ অহা চকুপানী উতলা পানীৰ উষ্ণধাৰাৰ দৰে তাইৰ গাল তিয়াই দগ্ধ কৰি গ'ল। এই জ্বৰেৰেই তাই একেবাৰেই নতুন পৰিবেশত এক অজান মহিলাৰ আতিথ্য আচল পাতিয়েই খুজিব লাগিব। এইবোৰ আকাশ পাতাল ভাবি

থাকোঁতেই কুপৰ স্লাইডিং দৰ্জাখনৰ ঘৰঘৰণিত তাই বুজি উঠিল যে তাইৰ কুপত থকা সৰ্ব্বাধিকাৰ এতিয়া সুৰক্ষিত নহয়। একপ্ৰকাৰ পদধ্বনি শুনি তাই আশস্ত হৈয়ো উঠিল। ভালেই হ'ল অকলে থকাতকৈ দুটা থকাই ভাল। যদি তীব্ৰ জ্বৰ কাৰণে তাই অজ্ঞানো হৈ পৰে অন্ততঃ এটোপা পানীতো দিব পাৰিব কোনোবাই। জোটাৰ খট খট শব্দ, বস্তু থোৱাৰ খচমচনি, কুলিৰ কথা-বতৰা আদিৰ মাজত চম্পাৰ কুপৰ লাইট হঠাতে জ্বলি আকৌ নুমাই গল। তাই জানি শুনিয়েই চাদৰৰে মুখ ঢাকি শুই পৰিছিল। তীব্ৰ জ্বৰৰ কঁপনিত তাইৰ দাঁত বাজিবলৈ ধৰিলে। লাজত তাই দুয়ো হাতেৰে সজোৰে মুখখন চেপি ধৰি মৰাশৰ দৰেই পৰি থাকিল। কৰ্ণশূলৰ অসহ্য যন্ত্ৰনাই বৈ বৈ তাইক কঁপাই তুলিলে। ইফালে তাইৰ সহযাত্ৰীয়ে এতিয়ালৈকে ডিনাৰৰ অৰ্ডাৰেই দিয়া নাই। কিন্তু তেওঁ ঘটঘটকৈ পানী খাই তৃষ্ণাতুৰ কণ্ঠ তিয়াই ললে। সেনগুপ্তৰ ঘৰৰ কঠোৰ চেহেৰাৰ স্মৃতিয়ে চম্পাক সেই অন্ধকাৰ কুপৰ ভিতৰতো যেন কল্পনাৰ নিশাচৰি মুখা লগাই দাঁত নিকটাই তাইক ত্ৰস্ত কৰি তুলিলে।

বেহেৰা ওলাই যোৱাৰ পিছতেই সেই ব্যক্তিয়ে অতি চেষ্টাৰে টানি আজুৰি চিটকানিডাল লগাই দুৱাৰখন বন্ধ কৰি দিলে। চম্পা চিটকানিৰ খট্‌কৈ উঠা শব্দত আৰু ভীত হৈ পৰিল। অলপ দিনৰ আগতেহে মিনিয়ে তাইক কৈছিল কেনেকৈ এবাৰ এনেকুৱা এক ডবল কুপত এক মদমত্ত ফৌজি অফিচাৰ তাইৰ সহযাত্ৰী হৈ গৈছিল। সেই সহযাত্ৰী বাৰ বজাৰ পিচতহে বাণ্ডেল ষ্টেচনত উঠিছিলহি। তাৰ পিচত লাইট জ্বলোৱাৰ লগে লগেই সেই ব্যক্তিয়ে মিনিৰ ওচৰত বিশুদ্ধ ইংৰাজীৰে চিগাৰেট খাবলৈ অনুমতি খুজি তাইক তেওঁৰ সভ্য আচৰণৰে মুহিত কৰি তুলিছিল। কিন্তু সেই ব্যক্তিয়েই লাইট নুমুৱাৰ লগে লগেই কোনোবা হিংস্ৰক দৈত্যৰ দৰেই তাইৰ চাদৰৰ আচল টানিবলৈ চেষ্টা কৰিছিল।

সেই বাৰ সাহসী মিনিয়ে কণ্ডাক্টৰক নমতাকৈয়ে নিজৰ বলিষ্ঠ হাতৰে তিনি চাৰিচৰ সোধাই যাত্ৰীৰ হুস্কিৰ নিচা আতৰাই পেলাইছিল। এই ব্যক্তিও যদি মিনিৰ সহযাত্ৰীৰ দৰেই হয় তাই বাৰু কি কৰিব? তীব্ৰ জ্বৰত অচেতন হৈ আছিব খোজা তীক্ষ্ণ চম্পাই জানো চিঞৰ এটাও মাৰিব পাৰিব।

কমৰ লাইট মুমুৰাই দি তাইৰ সহযাত্ৰীয়ে নীলা বেডলাইট জ্বলাই দিলে। সেই সহযাত্ৰী কুপত প্ৰবেশ কৰাৰ লগে লগেই যি তীব্ৰ গোন্ধ চম্পাৰ নাকত লাগিলহি তাই সেই মধুৰ সুবাসত সম্মোহিত হৈ পৰিল। সেই তীব্ৰ সুবাস লাহে লাহে আৰু তীব্ৰ হৈ তাইৰ নাকত লাগিলহি। চাদৰৰে মুখ ধাকি ৰখা সত্বেও জ্বৰত প্ৰায় অচেতন হৈ পৰি থকা চম্পাৰ এনেকুৱা লাগিল যেন সেই ব্যক্তিয়ে কোনোবা ফ্ৰেঞ্চ পাৰফিউমৰ স্প্ৰেৰে গোটেই কুপতো বৰ পৰিপাটিকৈ স্প্ৰে কৰি দিলে। অলপ দেৰিৰ পিচতেই তেওঁ গভীৰ শ্বাস প্ৰশ্বাস উঠা নমা কৰাত চম্পাই বুজি উঠিল যে নিশ্চয় সেই ব্যক্তি এতিয়া গভীৰ নিদ্ৰাত শুই পৰিছে। তাই লাহে লাহে নিজৰ মুখৰ পৰা চাদৰ আতৰাই তাইৰ সহযাত্ৰীক চাবলৈ যত্ন কৰিলে, কিন্তু তেওঁ বেৰৰ ফালে মুখ কৰি গভীৰ টোপনিত নিমগ্ন।

তাই বহি পৰাৰ লগে লগেই তাইৰ পিঠিত অসহ্য পীড়া অনুভৱ কৰিবলৈ ধৰিলে। তাইৰ এনেকুৱা লাগিল যেন কোনোবাই লোহা গৰম আৰু ৰঙা কৰি আনি তাইৰ হাড়লৈকে বিন্ধি গৈছেহি। তাইৰ কণ্ঠ তালুলৈকে শুকাই পৰিল। তাই পিয়াহত ব্যাকুল হৈ ইফালে সিফালে চাবলৈ ধৰিলে। হঠাতে সহযাত্ৰীৰ মূৰৰ শিতানত থকা ফ্লাস্কটোত তাইৰ চকু পৰিল। অকণমান হাত মেলিয়েই তাই সেই পানীৰেই নিজৰ পিয়াহ গুচাব পাৰিলেহেঁতেন। কিন্তু যদি তেওঁ সাৰ পাই উঠে কি ভাবিব বাৰু? এবাৰ খুদি লোৱাই উচিত হব বুলি তাই ভাবিলে। 'শুনকচোন' বুলি তাই মাতিব খুজিও তাইৰ এনেকুৱা লাগিল যেন কোনোবাই তাইৰ ডিঙিত

জোৰেৰে চেপি ধৰি মাত বন্ধ কৰি পেলাইছে। লগে লগে এক পলকতেই নিজৰ ঘাটক ৰোগৰ ভয়াবহ বাস্তৱিকতাই তাইক আৰু তাইৰ চিকিৎসক চিত্তক ভয়ত ত্ৰস্ত কৰি গ'ল। দহ দিনৰ আগতে মাকৰ কেশচুলৰ কাৰণে কটা টিনৰ তীক্ষ্ণ ধাৰেৰে তাইৰ আঙুলি এটা কাটি গৈছিল। সেই কটা ঠাইৰ পৰা এটোপা দুটোপাকৈ তেজ ওলাই মাকৰ বিচনাত পৰিছিলহি। সেই তেজ দেখি মাক যন্ত্ৰনাত চটফটাই উঠিছিল।

"হাত কাটিলেনেকি? চাওঁ দেচোন, মই কাপোৰ এখনেৰে বান্ধি দিওঁ" বুলি একপ্ৰকাৰ মাক ব্যস্ত হৈয়েই পৰিছিল।

"একো নহয় মা। অকণমানহে কাটিছে। ভালহৈ যাব।" তাই কৈ থৈছিল।

তাই সেই অন্যমনস্কভাৱে থৈ দিয়া কটা ঘা ডোখৰেই আজি ধনুষ্টঙ্কাৰৰ ৰূপ লৈ তাইৰ পিঠিৰ হাড় আদিক নিৰ্মমভাৱে ভাঙি আনিছেনেকি? মৃত্যুশয্যাত পৰি থকা অসহায় জননীৰ কৰুণ চকু আৰু অচিন মহানগৰীৰ কোনোবা হস্পিতালৰ মৰ্গ কমত পৰি থকা স্বয়ং নিজৰ আনক্লেইমড্ মৃতদেহ আৰু সেই ৰোগৰ ভয়াবহ যন্ত্ৰণা, যি যন্ত্ৰণা তাই মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে চেতনা অৱস্থাত থাকি ভুগিব লাগিব, আৰু সূৰ্য্যৰ কিৰণ উঠাৰ লগে লগেই যে এই যাতনাই তাইক আৰু অসহ্য কৰি তুলিব সেই ভয়াবহতাক কল্পনা কৰি তাই কঁপি উঠিল। বহি থকাৰ পৰা হঠাতে বেঁকা হৈ কৰুণ আৰ্ত্তনাদ কৰি তাই অচেতন হৈ পৰি গ'ল। তাইৰ সেই কৰুণ আৰ্ত্তনাদ শুনি তাইৰ সহযাত্ৰী হঠাত চক খাই সাৰ পাই উঠিল। আধা টোপনিৰ আৱেশ মায়াজালতেই তেওঁ লাইটৰ চুইচ বিচাৰিবলৈ আৰম্ভ কৰিলে। কিন্তু তেওঁ লাইটৰ চুইচ বিচাৰি নাপাই নিৰাশ হৈ সেই নীলা লাইটৰ সামান্য পোহৰতেই বৰ সংকোচৰে সেই ধেনুৰ দৰে বেঁকা হৈ অৱশ হৈ যোৱা তেওঁৰ সহযাত্ৰীৰ মূৰৰ শিতানত ঠিয় হ'লগৈ। আৰু অতি নম্ৰ কোমল

স্বৰে সুধিবলৈ ধৰিলে "আপোনাৰ গা ভাল নহয়নেকি ?" উচুপনিত কঁপি থকা, চাদৰৰে সৰ্ব্বশৰীৰ ধাক খাই থকা সেই দেহ ৰাজিকৰে খেল দেখুৱা কটা। দেহৰ দৰেই চাদৰৰে ধাক খাই থকা অৱস্থাতেই ৰহস্যময়ীৰ দৰে চটফটাই থকা দেখি তেওঁ চক খাই উঠিল। তেওঁ তলৈ অলপ হাউলি হুয়ো হাত ক্ষীণ কঁকালৰ তলত সুমুৱাই সেই কঁপি থকা দেহ ঘূৰাই দিলে। চাদৰখন আঁতৰ হৈ যোৱাত তেওঁ সেই দেহৰ গৰাকীৰ মুখ দেখি আতঙ্কত শিয়ৰি উঠিল আৰু এক মুহূৰ্ত্ততেই তেওঁ অলপ পিচলৈ আঁতৰি গ'ল। তেওঁৰ এনেকুৱা লাগিল যেন কোনোবা ফণা তোলা তক্ষকৰ মূৰতহে তেওঁ ভৰি দিলেহি, যাক তেওঁ প্ৰথম দৃষ্টিতেই তেওঁৰ জীৱন সঙ্গিনী কৰিবলৈ নিশ্চয় কৰি পেলাইছিল, যাৰ বিশাল করুণা বিগলিত চকুয়ে প্ৰথম সাক্ষাতেই অনন্ত সম্মোহনি শক্তিৰে কাষলৈ আমন্ত্ৰণ কৰিছিল। আজি তেৱেঁই সাগৰৰ পাৰৰ শ্বেত শঙ্খৰ দৰে অসহায়ৰ দৰে দয়াৰ মুক ভিক্ষা খুজিছে।

মধুকৰ আকৌ এবাৰ সেই নিৰ্দ্দোষ সুকোমল মুখৰেখা দেখি মুগ্ধ হৈ পৰিল। এক পলৰ কাৰণে সেই নিশ্চল চকু মেল খালে। তেতিয়াহলে সেই সুন্দৰ চকুৰ নিৰ্জ্জীৱ চাৱনিয়ে তেওঁক চিনিব পাৰিলেনেকি ? মধুকৰ চিন্তাৰ দোমোজাত পৰি ৰোৱাত চম্পাৰ শৰীৰ আকৌ ভাঁজ ধৰি টানি আহিবলৈ ধৰিলে। এনেকুৱা লাগিল যেন তীব্ৰ জ্বৰৰ যন্ত্ৰণাৰ পৰা মুক্তি পাবলৈ তাই আপ্ৰাণ চেষ্টা কৰি উঠিল।

"..........কি হ'ল ? ক'ত বিষ অনুভৱ কৰিছা··· ? মোক চিনি পাইছা চম্পা ? মই মধুকৰ, তোমাৰ ···· " বুলি' তেওঁ হাঁহিবলৈ চেষ্টা কৰি একেবাৰে আগবাঢ়ি গ'ল। কিন্তু চম্পাৰ উন্মাদিনীৰ দৰে দৃষ্টি দেখি তেওঁৰ হাঁহি ওঁঠতেই লুকাই পৰিল। তৎক্ষণাতেই আকৌ সেই বিষৰ লহৰে চম্পাৰ দুৰ্ব্বল শৰীৰ আকৌ জোকাৰি গ'ল। তীব্ৰ ধুমুহাৰ বেগত হালি যোৱা কোমল বেঁতৰ

আগৰ দৰেই তাই বেঁকা হৈ একেবাৰে তললৈ হাউলি পৰিল।

মধুকৰে যদি তৎক্ষণাত তাইক ধৰি নেপেলালেহেঁতেন তাই ছাগৈ নিশ্চয় তলত পৰি গ'লহেঁতেন। মধুকৰে তাইৰ বাহুত ধৰি তাইৰ অণ্ঠাৰ দৰে তপত দেহক সাৱটি ললে। চম্পাই ভীত দৃষ্টিৰে ভীতা হৰিণীৰ দৰে করুণ দৃষ্টি তুলি অপলক তেওঁলৈ চাই ৰ'ল। তাইৰ অঙ্গ যেন কাঁইটে বিন্ধি আনিছে। তাই ক'ত আছে এতিয়া সেই জ্ঞানো তাইৰ নাই। জন্ম-জন্মান্তৰৰ তপস্বিনী যেন হঠাতে উন্মাদিনী হৈ পৰিল। লুপ্তপ্ৰায় চেতনাৰ ভিতৰতো যেন তাইৰ হৃদয়ৰ বিচিত্ৰ গতি, কলিজাৰ বিচিত্ৰ স্পন্দন স্পষ্ট ৰূপত শুনিবলৈ পালে। কলৈ গ'ল তাইৰ ভয়? ক'ত গ'ল তাইৰ বিবশতা? ক'ত গ'ল তাইৰ মৃত্যুভয়? প্ৰত্যেক শিৰা-উপশিৰাত যেন এয়া কি আনন্দময়ী চেতনা, যি তাইক লাহে লাহে উত্তেজিত কৰি তুলিছে।

চম্পাই আকৌ এবাৰ চকু মেলি নিজৰ তপ্ত কপালত থকা সেই বলিষ্ঠ হাত নিজৰ সম্পূৰ্ণ অধিকাৰৰ সৈতে জোৰেৰে চেপি ধৰি নিজৰ বুকুত আলফুলে সাৱটি ললে। তাই মনে মনে ভাবিবলৈ ধৰিলে "ছলনাময়ী মৃত্যু, মোৰ এতিয়া তোমালৈ অকণো ভয় নাই। মৃত্যু তুমি দেখা নাই এক আনন্দময়ী বন্ধনে মোক আমন্ত্ৰণ কৰি কেনেকৈ তোমাৰ পৰা নিৰ্ভয় কৰি তুলিছে?" পীড়াত ছটফটাই থকা চম্পাৰ দেহ মধুকৰৰ বলিষ্ঠ বাহুত শিথিল, শ্ৰান্ত হৈ পৰিল।

ৰোগৰ লক্ষণ দেখি ৰোগ জানিবলৈ আৰু মধুকৰৰ এক পলো সময় নালাগিল। সি অকণো ভুল নোহোৱাকৈয়ে জানি উঠিল যে বিধতাইহে চম্পাক তাৰ বাহু বন্ধনলৈ ওভটাই পঠাইছে। সি জানি উঠিল তাৰ প্ৰিয়তমা তেওঁৰ বাহুৰ পৰা যিকোনো মুহূৰ্ত্ততেই মৃত্যুলোকলৈ গুচি যাব পাৰে। অলপ সময়হে তেওঁ এই মৰ্ত্যৰ আলহি। টিটেনাচৰ এই বলীষ্ঠ হাতৰ পৰা মুক্তি পোৱা যে চম্পাৰ কাৰণে একেবাৰেই অবাস্তৱ, এক প্ৰকাৰ অসম্ভৱো তাক

মধুকৰে ভালকৈয়ে বুজি উঠিল। বস্থে পাবলৈ আৰু এঘণ্টা বাকী আছে। পল পলৰ এই বিলম্বই যেন এই ৰোগ আৰু অসাধ্য কৰি তুলিছে। সেইবাবেই তেওঁ যেতিয়া আধা ৰাতি দক্ষযজ্ঞৰ পৰা সতীৰ মৃতদেহ কান্ধত তুলি ৰুদ্ৰশিৱৰ দৰেই চম্পাৰ দেহ সাৰটি লৈ নিজৰ ঘৰৰ কলিং বেল বজালেগৈ, তেওঁৰ পাহাৰী লগুৱা কেশৰ সিং আছি তাৰ স্বামীৰ জবা ফুলৰ দৰে ৰঙা চকু দেখি ভয়ত শিয়ৰি উঠিল আৰু এখোজ পিছুৱাই গ'ল। সি ভাবিবলৈ ধৰিলে হে ভগৱান আজি কি মৰাশ কান্ধত লৈ আহি ওলালহি তাৰ এই আনমনা স্বামীয়ে।

"কি হ'ল চাৰ ? এয়া কোন ?"

তাৰ প্ৰশ্নত মধুকৰ দপদপাই উঠিল : "যা তৎক্ষণাত হস্পিতাললৈ ফোন এটা কৰ আৰু এম্বুলেঞ্চ এখন মাত, এতিয়াই হস্পিতাললৈ নিব লাগিব ৰোগীক।"

সেই ৰাতিয়েই সি চম্পাক লৈ হস্পিতাল পালেগৈ। পোন্ধৰ দিন নিৰন্তৰ মৃত্যুৰ লগত যুঁজি সি তাইক যমৰ দুৱাৰৰ পৰা ওভতাই আনিবলৈ সক্ষম হ'ল। চম্পাৰ চেতনা এক ক্ষণলৈও বিলুপ্ত হোৱা নছিল। এইটোয়েইতো এই বিচিত্ৰ বেমাৰটোৰ বিশেষত্ব। ৰোগমুক্ত হৈও তাই এটা শব্দও এতিয়ালৈকে উচ্চাৰণ কৰা নাছিল। তথাপিও যিমান বাৰেই তাই নিজৰ শিশুৰ দৰে সৰল মুগ্ধ দৃষ্টিৰে মধুকৰক চাইছিল, প্ৰত্যেকবাৰেই তাই নিজৰ হৃদয়ৰ বিশেষ ধপধপনি স্পষ্ট শুনিবলৈ পাইছিল।

"আজি তোমাক হস্পিতালৰ পৰা দিচাৰ্জ দিব চম্পা। পাচ বজাতেই আমি ঘৰলৈ যাম। তোমাৰ কেনেকুৱা লাগিছে ?" সি বৰ উৎসাহেৰেই ভূমিকা তৰিলে। কিন্তু চম্পাৰ ৰহস্যময়ী চাৱনিয়ে তাক ব্যাকুল কৰি তুলিলে।

সি ভাবিবলৈ ধৰিলে সেই দৃষ্টিত ব্যাকুলতা আছিল নে আনন্দ ! কৰে ধুম নিজৰ বলীষ্ঠ বাহুৰ অৱলম্বন দি তাইক গাড়ীত

বহুবাবলৈ আগবাঢ়ি অহা্ত তাই সংকোচৰে অকণমান আঁতৰি গৈ খিৰিকিৰ কাষত বহিলগৈ। লিফ্টৰ পৰা নামিয়েই তাই এজনী পোহনীয়া মেকুৰীৰ দৰে মধুকৰৰ পিছে পিছে মধুকৰে দেখুৱাই দিয়া কোঠাৰ বিচনাখনত শুই পৰিল। বেমাৰে যেন তাইৰ ভাৱশক্তি, চিন্তাশক্তি, বাকশক্তি, প্ৰতিবাদ কৰা শক্তি সকলো সমূলে ধ্বংস কৰি পেলালে। মানসিক ৰূপৰে অপূৰ্ণ, অপৰিপক্ক কোনোবা শিশুৰ দৰেই তাইৰ চলন ফুৰণ দেখি মধুকৰ মনে মনে ভীত হৈ পৰিল। এয়া জানো সম্ভৱ? অকস্মাত বেমাৰে বাৰু তাইৰ মস্তিষ্কক বিকলাঙ্গ কৰি গ'লনেকি? এনেকুৱাতো এই ৰোগত কেতিয়াও হোৱা দেখা নাযায়। যদি আৰোগ্য হয় তেতিয়াহলে সম্পূৰ্ণ ই আৰোগ্য হৈ পৰে। তেতিয়াহলে এয়া কি হ'ল চম্পাৰ ক্ষেত্ৰত? সি নানান চিন্তা কৰিবলৈ ধৰিলে। চম্পাই কেতিয়াবা তাইক কৰা প্ৰশ্নৰ উত্তৰ দিছে, নাই তাই নিজেই কিবা প্ৰশ্নকে তাক সুধিছে। গাখীৰ, চুপ, বা ফলৰ ৰস আদি কেশৰ সিঙে আনি থৈ যায়হি কিন্তু মধুকৰে খাবলৈ কলেহে তাই আজ্ঞাবাহী বালিকাৰ দৰে পিয়লা হাতত লৈ একে উশাহে শেষ কৰি দিয়ে আৰু সেই খালী পিয়লা তাই হাততেই লৈ থাকে যেতিয়ালৈকে মধুকৰে নকয় "চম্পা দিয়া খালী পিয়লাটো মই থৈ দিওঁ।" মধুকৰৰ কথাত তাই স্বপ্নভঙ্গ হোৱাৰ দৰে এনেকৈ আচৰিত হৈ চক খাই উঠে যেন কোনোবাই গৰম লোৰেহে তাইক ডাগ দি গলহি। এটা কমৰ এই ফ্লেটত মধুকৰ এতিয়া বাহিৰৰ ডিভানতেই শুইছে। চম্পা হস্পিতালৰ পৰা অহা আজি তিন দিনেই হৈ গ'ল, কিন্তু তাইৰ ৰহস্যময়ী মৌনতা এতিয়াও সেই আগৰ দৰেই আছে। ৰাতি তাইক ঔষধ খুৱাই মধুকৰ ওচৰৰে এক ৰোগী চাবলৈ ওলাই গ'ল। সি যেতিয়া উলটিছিল, চম্পা তেতিয়া গভীৰ টোপনিত লালকাল। সুডৌল বাহু দুটা মূৰৰ তলত গাঁঠ কৰি লোৱাত তাইৰ ব্লাউজটো অলপ ওপৰলৈ উঠি পৰিছিল। বক্ষত পৰি থকা সোণৰ

চেইনডাল সোণালী ঢৌৰ দৰেই উঠা নমা কৰি আছিল। গাৰ চাদৰখন অলপমান খহি তললৈ পৰি আছিল। সেই মুক্তাক্ত ভাইৰ ৰূপৰ অজ্ঞাত শিখা দুগুণ হৈ গোটেই কোঠাটো পোহৰাই পেলাইছিল। তাইৰ প্ৰত্যেক অঙ্গৰ অপূৰ্ব্ব গঢ়ত সি মুগ্ধ হৈ অপলক দৃষ্টিৰে তাইলৈ চাই ৰ'ল। আৰু সি বিমূঢ় বিকম্পিত হাতেৰে তাইৰ চাদৰখন লাহে লাহে ওপৰলৈ তুলি দিলে। যি বস্তুক সি এদিন সামান্য অসাৱধানতাতেই হেৰুৱাই পেলাইছিল, বিধতাই আজি স্বয়ং নিজ হাতৰেই তাৰ অমূল্য সম্পদ তাৰ হাতত ঘূৰাই দিলেহি।

"কোন"? ক্ষীণ স্বৰে প্ৰথমবাৰ কৰা সেই প্ৰশ্নই মধুকৰক উন্মত্ত কৰি তুলিলে। আজি এয়া কিমান দিনৰ মূৰত চম্পাৰ মুখৰ মাত শুনিলে সি। তাৰ লুপ্তপ্ৰায় সাহস জাগ্ৰত হৈ পৰিল।

সি আগবাঢ়ি চম্পাৰ একেবাৰে কাষ চাপি কলে "চম্পা মই তোমাৰ মধুকৰ, ভয় নকৰিবা। মই বাহিৰৰ পৰা এতিয়াহে ঘূৰি আহিছোঁ। মই ডিভানতেই শুম বাহিৰত।" তাইৰ কাণৰ ওচৰলৈ সি সম্পূৰ্ণ হাউলি পৰিল আৰু সেই অক্ষত কৌমাৰ্য্যৰ মাদক সুগন্ধই মহুৱাৰ মদিৰ পুষ্পগন্ধৰ দৰেই তাক উন্মত্ত কৰি তুলিলে। চেগ বুজি শত্ৰু কামদেৱেও পুষ্পবাণ প্ৰয়োগ কৰি পেলালে।

পঞ্চমীৰ জোনাকে ঢৌৱাই যোৱা চন্দ্ৰিকাৰ দৰেই উজ্বল মুখ আৰু মুকুতাৰ দৰে উজ্বল কৰ্ণমূলৰ গোলাপী আভাই তাৰ ওঁঠক চুম্বকৰ দৰেই আকৰ্ষণ কৰি টানি নিবলৈ ধৰিলে। "চম্পা!" তাৰ স্বৰত কোমলতা, ভোমোৰাৰ দৰেই গুণ গুণ মিঠামধুৰতা নামি আহিল। "ভাবিছিলোঁ চম্পা, তোমাক এদিন ঢোলে-ডগৰে মোৰ ঘৰলৈ লৈ আহিম; কিন্তু তুমি যে নিজেই এনেকৈ গুচি আহিবা সেয়া মই কেতিয়াও সপোনতো ভবা নাছিলোঁ।"

চম্পা কিন্তু মৌন হৈয়েই পৰি ৰ'ল। তাইৰ শৰীৰৰ কোনো অংশতেই যেন বিন্দুমানো চেতনা বাকী নাছিল। কেৱল

তাইৰ শ্ৰবণশক্তিহে যেন সজাগ আছিল। সেয়ে মধুকৰৰ প্ৰত্যেক কথাই তাইৰ কাণত অমৃতবৃষ্টিৰ দৰে ঝিৰঝিৰাই বৈ আছিল।

"শুনিছা চম্পা!" সি তাৰ মুখখন চম্পাৰ কাষলৈ সম্পূৰ্ণ নমাই আনিলে। তাৰ ঘন কেঁকোৰা চুলিখিনিয়ে চম্পাৰ মুখমণ্ডল সম্পূৰ্ণ ঢাকি ধৰিলে। সি তাইৰ দুৰ্ব্বল দুবাহুক তাৰ বজ্ৰ বাহুৰ বলীষ্ঠ বান্ধোনৰে আবেগত সাৱটি ধৰি কৈ যাবলৈ ধৰিলে: "এইবাৰ কিন্তু তোমাক মই কেতিয়াও হেৰাই যাবলৈ নিদিওঁ চম্পা! মই সকলো ভাবি-চিন্তি ঠিক কৰি পেলাইছোঁ। এই দেওবাৰেই আমাৰ দুয়োৰে ভাগ্য একেলগে গাঁঠি পেলাম। ৰেজিষ্ট্ৰি বিয়াৰ বিষয়ে মই সকলো ঠিক কৰি থৈছোঁ। কেইদিনমানৰ আগতেহে মোৰ এজন বন্ধু ডাক্তৰ শ্ৰীবাস্তৱে এজনী এয়াৰ হষ্টেচক ৰেজেষ্ট্ৰি বিয়া কৰাইছে। আমি আমাৰ ৰেজিষ্ট্ৰি বিয়াৰ পিচতেই হনিমুনলৈ গুচি যাম। এনেকুৱা ঠাইলৈ হনিমুনত যাম, য'ত সংসাৰৰ কোনোৱেই আজিলৈকে যোৱা নাই বা কোনোবা যাব বুলিও মোৰ বিশ্বাস নহয়। তোমাক কলৈ লৈ যাম জানা……? আজিলৈকে বিশ্বৰ কোনো সুন্দৰ দম্পতিয়েই তালৈ কেতিয়াও যোৱা নাই। কলৈ জানা? কলীয়াপানী……।" সি কোমল আৰু মধুৰকৈ হাঁহি তাইক কোমল চুম্বন আঁকি দিলে আৰু পুৰুষৰ স্পৰ্শৰ সেই বিচিত্ৰ মধুৰতাই চম্পাৰ সুন্দৰ কোমল গালত লালিমা সানি গ'ল। জীৱনত প্ৰথম পুৰুষৰ চুম্বনে তাইক আত্মহাৰা কৰি তুলিলে।

"তাতেই মোৰ এজন বন্ধু আছে ডাক্তৰ পেট্ৰিক ডি চ'জা। তেওঁলৈকো মই সকলো লিখি পঠাইছোঁ। কলাপানীতেই গৈ আমি হনিমুন এনজয় কৰিম চম্পা! কিয় জানা? মৃত্যুদণ্ডৰ আদেশেৰে বন্দী বন্দিনীকেইতো মই চুৰ কৰি আনিছোঁ। মৃত্যুৰ মুখৰ পৰাইতো কাঢ়ি আনিছিলোঁ মই মোৰ প্ৰিয়তমাক।"

মধুকৰৰ যেন প্ৰত্যেক শিৰা-উপশিৰাত কামনাৰ জুই জ্বলিবলৈ ধৰিলে। তাৰ ইমান দীঘলীয়া জীৱনটোতো সি

আজিলৈকে কেতিয়াও এনেকুৱা উত্তাপ, এনেকুৱা ব্যাকুলতা আগতে এবাৰো অনুভৱ কৰা নাছিল। অকণমান হঁউলি গৈ সি চম্পাৰ কমনীয় চেহেৰা তপ্ত চুম্বনৰে ঢৌৱাই পেলালে।

সেই চুম্বনত চম্পাৰ এনেকুৱা লাগিল যেন শত সহস্ৰ সূৰ্য্যৰ দীপ্তিৰে দীপ্ত এখন মুখ তাইৰ মুখৰ ওপৰত হাঁউলি পৰিছে। সেই অসামান্য তেজৰ কিৰণে যেন তাইক এফালৰ পৰা দহি ভস্ম কৰি আনিছে।কিন্তু সেই দুঃসহ অগ্নিৰ দাৰুণ দাহনেও এয়া কি অপূৰ্ব্ব শান্তি দি গ'ল তাইক। কি অনিৰ্বচনীয় সুখ সেয়া।

অগাধ জলৰাশিত ডুব গৈ থকা তাইৰ চেতনাই এতিয়া মাথোন এখন অভিৰাম মুখাকৃতিৰহে ধ্যান কৰিবলৈ ধৰিলে। ৰাতি কেতিয়া পাৰ হৈ গ'ল সেয়া তাই কবই নোৱাৰিলে। ৰাতিপুৱা পোহৰ হোৱাৰ লগে লগে তাই ব্যগ্ৰতাৰে ইফালে সিফালে চাবলৈ ধৰিলে। তেতিয়াহলে সেয়া তাই সপোন দেখিছিলনেকি? তাই তাইৰ নিজৰ হাত এখন চকুৰ আগত ডাঙি ধৰি চকু মোহাৰি ললে। কিন্তু ক'ত লাগি আছিল মধুকৰৰ পৰশ? স্বয়ং তায়েইবা ক'ত আছিল। এয়া তাইৰ মূৰ্খ অবোধ হৃদয়, কি ছলনাত, কি আশাত আৱদ্ধ হৈ চঞ্চল হৈ পৰিছে। এয়া কি মাদকতা? তাইৰ সংযমী চিত্তক আজি কিহে এয়া চঞ্চল কৰি তুলিছে?

চেনাটৰিয়ামত পৰি থকা ভগৱতী, জুহিৰ নিলৰ্জ্জ হাঁহি, উদণ্ড ময়ূৰী সেনগুপ্তৰ সাৱধান বাণী, সেনগুপ্তৰ কামনাময়ী দৃষ্টি, এই সকলোবোৰ বাৰু তাই কেনেকৈ পাহৰি পেলাব পাৰিলে? লাহে লাহে হঠাতে বিচাৰশূন্য হৈ যোৱা মস্তিষ্কই পাৰ্শ্ব পৰিবৰ্ত্তন কৰিবলৈ ধৰিলে। তাই বহি পৰিল। মোহময় স্মিত হাঁহিয়ে স্বয়ং তাইৰ কোমল ওঁঠক সুন্দৰকৈ সজাই গ'লহি।

কোনোবা ফলিত লিখি যোৱা অমঙ্গলীয়া লিপিক যেন উদাৰ নিয়তিয়ে মচি-কাচি নিকা কৰি থৈ গ'লহি। সেই লিপিক, যত দৃষ্টি পৰিলেই তাই বৈ বৈ ভয়ত কঁপি উঠিছিল আৰু

চকু বন্ধ কৰি ধৰিছিল। "এই নতুন ফলিত তই নতুন আখৰেৰে নিজেই নিজৰ ভাগ্য লিখি ল চম্পা।" বুলি যেন বিশ্বতাই হাঁহি হাঁহি নিজৰ হাতৰ লিখনি তাইৰ হাতত তুলি দি গ'লহি।

কাৰোবাৰ পদধ্বনিত হঠাৎ তাই চক খাই উঠিল। নিশ্চয় এয়া মধুকৰৰেই পদধ্বনি ছাগৈ। এই কেইদিনৰ ভিতৰতেই তাই ভালকৈয়েই মধুকৰৰ পদধ্বনি চিনি পাই গৈছিল। সকলো চিন্তা ভাৱনা পাহৰি তাই নিজক নিজেই এই মধুৰ পৰাধীনতাত বান্ধ খাই যাবলৈ এৰি দিলে।

"কি খবৰ? গা কেনেকুৱা এতিয়া? কালি ৰাতি নিশ্চয় ভাল টোপনি আহিছিল।" মধুকৰৰ অৰ্থপূৰ্ণ হাঁহিৰ প্ৰশ্নই চম্পাৰ পীতাভ গালত যেন এমুঠিমান আবিৰহে ছটিয়াই গ'ল।

"তুমি ভাবাছোঁ ডাক্তৰ যোশি", সি তাইৰ বিচনাৰ ভৰিপথানতে বহি তাইৰ দুয়ো হাত নিজৰ হাতৰ মুঠিত লৈ কবলৈ ধৰিলে "সেইদিনা যদি মই কুপটোত নাথাকিলোঁহেতেন।"

এইবুলি নিচিন্ত নিৰ্ভীক হাঁহিৰে তাইৰ দুঃসাহসী প্ৰেমিয়ে আৰু অকণমান তাইৰ গাৰ ফালে আগুৱাই আহি মৃদু মধুৰ কণ্ঠৰে কবলৈ ধৰিলে "কি হ'ল ডাক্তৰ চাহিবা, কি ভাবিছা? মই যদি সেইদিনা নাথাকিলোঁহেতেন আজি তোমাৰ কি অৱস্থা হ'লহেতেন? আজি জানো এনেকৈ বহিব পাৰিলাহেতেন। এয়া বন্ধন আমাৰ অবিছিন্ন চম্পা, জন্ম-জন্মান্তৰৰ।" সি গহীন কথাষাৰ পাতলাবলৈ চম্পাক কৈ উঠিল "কিজানি জানি শুনিয়েই তুমি ইনফেকচনৰেই সেই কুপত বহিছিলা?"

মধুকৰৰ মৰমৰ সঁহাৰি পাই যেন চম্পাৰ সহজাত সংকোচ নিজে নজনাকৈয়েই হঠাৎ ক'ৰবাত বিলুপ্ত হৈ গ'ল। তাই একেবাৰে স্থিৰ দৃষ্টিৰে অপলক তাৰ ফালে চাই ৰ'ল। আৰু তাইৰ এনেকুৱা লাগিল যেন এই তেজস্বী ব্যক্তিজনৰ অবিহনে তাই জীৱনৰ এক পলো, এক মুহূৰ্ত্তও বাচি থাকিব নোৱাৰিব। তাইৰ সেই

মুগ্ধ দৃষ্টিত আত্মহাৰা হৈয়েই মধুকৰে তাইক একেবাৰে বুকুৰ কাষত চপাই লৈ দুয়ো হাতেৰে মুখখন তাৰ কাষলৈ আনি ফুচফুচাই কৰলৈ ধৰিলে "তুমি যিদিনা মোক এৰি হঠাতে লক্ষৌৰ পৰা মানুহৰ দৰেই অদৃশ্য হৈ পৰিছিলা, সেইদিনাই মই শপত খাইছিলোঁ যে এদিন মই এই দাম্ভিক ছোৱালীজনীক প্ৰতিশোধ লমেই। ভাবিছিলোঁ যদি তুমি আহি মোৰ ভৰিত পৰি কাতৰ মিনতি কৰাহি তথাপিও মই তোমাক গ্ৰহণ নকৰোঁ, তোমাক উপযুক্ত শিক্ষা দিমেই। কিন্তু যেতিয়া সেইদিনা তোমাক সেই কূপত অসহায় অৱস্থাত পৰি থকা দেখিলোঁ তেতিয়া মই মোৰ সকলো প্ৰতিজ্ঞা, সকলো অহঙ্কাৰ পাহৰি পেলালোঁ। তুমি মোৰ পৰা কিয় পলাই গৈছিলা চম্পা ?" সি তাৰ গ্ৰীক মূৰ্ত্তিৰ দৰে সুন্দৰ নাক একেবাৰে চম্পাৰ গালৰ ওচৰলৈকে নমাই আনিলে। ভয় খাই চম্পাই তাইৰ করুণ বিশাল চকু তুলি একেঠৰে তাৰ ফালে চাই ৰ'ল। এই প্ৰশ্নটোতো তাই সুধিব লাগিছিল। তাইৰ বিয়াৰ সকলো লৌকিকতা হৈ যোৱাৰ পিচতো সি কলৈ পলাই গৈছিল। ভাগ্য ভাল স্বয়ং মধুকৰৰ উগ্ৰ তেজী বাপেক নাছিল ইয়াত। তেতিয়াহলে মধুকৰে বাৰু একো নাজানেনেকি ? জয়াৰ আঙঠি পিন্ধোৱাৰ কথা তেতিয়াহলে মিছানেকি ?

"চাৰ, আপুনি আজি কি খাই যাব ?" কেশৰ সিঙৰ প্ৰশ্নই দুয়োকো উচপ খোৱাই আতৰ কৰি পেলালে।

"অ' কেশৰ সিঙ তোক কবলৈ পাহৰিছিলোঁৱেই, মোৰ চুটকেচত কেইযোৰমান কাপোৰ ভৰাই দিবি।"

কথাষাৰ শুনাৰ লগে লগে চম্পাৰ অন্তৰ ভাঙি পৰিল। মধুকৰ তেতিয়াহলে কৰবালৈ যাবগৈনেকি ? আজিলৈকে ইমান দিন অকলশৰীয়াকৈ থকা সত্বেও এই নিষ্ঠুৰ একান্তই তাইক এবাৰো হতাশ কৰা নাছিল। অকণো ভয় খোৱা নাছিল। কিন্তু আজি এই পুৰুষৰ অৱলম্বনে কিমান অসহায় আৰু কিমান দুৰ্ব্বল

কৰি তুলিলে তাইক।

"মই এটা ইণ্টাৰভিউৰ কাৰণে দিল্লীলৈ যাব লগা হল চম্পা। শনিবাৰেই উলটি আহিম। যদি চাকৰিৰ ইণ্টাৰভিউ হলহেতেন মই তোমাক এৰি কেতিয়াও নগলেঁহেতেন, কিন্তু এয়া এটা ফেলশ্বিপৰ ইণ্টাৰভিউ। মই তোমাক বৰ অনিচ্ছাৰেই এৰি যাব লগীয়া হ'ল চম্পা। কেশৱ সিঙ যদিও সৰু লৰা কিন্তু সি বৰ জনা বুজা, দায়িত্ব বুজি পোৱা লৰা। তোমাৰ অকণো অসুবিধা নহব। সি তোমাৰ অকণো কষ্ট হবলৈ নিদিয়ে। তিনি দিনৰ পিচততো মই আহি পামহিয়েই।"

মধুকৰ ওলাই যোৱাৰ পিচত চম্পাই উঠি গৈ গোটেই ফ্লেটতো পৰিক্ৰমা কৰি আহিলগৈ। কথকী কেশৱ সিঙেই গাইড হৈ তাইক চাৰিওফালে দেখুৱাই আনিলে: "এয়া চাওক মেমচাব ব'হ্বেৰ সকলোতকৈ ওখ ঘৰ উষাকিৰণ। আপোনাৰ আলমোড়াৰ বানড়ি শিখৰতকৈ জানো কম ওখ চালি?" কেশৱ সিঙে জিভাৰ আগ কামুৰি ধৰিলে। তাৰ জিভাৰ আগত সদাই গালি এটা লাগি থাকিবই। মধুকৰৰ গালি খায়ো সি তাৰ বদ অভ্যাস এতিয়াও এৰিব পৰা নাছিল।

"ফুৰিবলৈ যাব মেমচাব? আপোনাক লাহে লাহে লৈ গৈ গোটেই দোকান বজাৰেই দেখুৱাই আনিব পাৰোঁ। মই, আপুনি যদি ইচ্ছা কৰে।" সেই কিশোৰৰ উৎসাহিত উজ্জল চমকি উঠা চকু বেমাৰী যেন তাইৰ চকুতো লাগিলহি। তাইয়ো তাৰ দৰে উৎসাহিত আৰু উৎফুল্লিত হৈ পৰিল। দুদিনতে তাই তাৰ লগত ফুৰি অহাই নহয় ফ্লেটৰেই চেহেৰা সলনি কৰি পেলালে। চেম্পোল ফাইলৰ বটলত অনভিজ্ঞ হাতেৰে ভৰাই থোৱা মচলা আদি বজাৰৰ পৰা প্লাষ্টিকৰ টেমা কিনি আনি সুন্দৰ পৰিপাটিকৈ সজাই পেলালে। মধুকৰৰ কোঠাত সিঁচৰতি হৈ পৰি থকা কিতাপবোৰ বিচাৰি আনি যত্নৰে চেলফত সজাই থলে। তাইৰ লগত কাম কৰি থকা

কেশৰ সিঙে মাজে মাজে অসংলগ্ন কথা বকি তাইৰ মনোৰঞ্জনো কৰি থাকিল।

"আচ্ছা মেমচাব, আপুনিতো এইবাৰ শ্মশানৰ পৰাই উভতি আহিল। পূজা কেতিয়া দিব ? আপুনি কিন্তু পূজা এভাগ দিবই লাগিব মেমচাব। নিশ্চয় কোনোবা দেৱতাৰ কোপ দৃষ্টি পৰিছিল আপোনাৰ ওপৰত। এটা ক'লা ছাগলীৰে দেৱীৰ মন্দিৰত পূজা দিবই লাগিব এইবাৰ। চাহাব আহিলে দিলেও হব। বাক মেমচাব আপোনাৰ বিয়া কেতিয়া হব ?" মধুকৰৰ ৰেচমি পাঞ্জাবী ঠিক কৰি চম্পা পূৰ্ব্ব স্মৃতিত বিলীন হৈ আছিল। এই সুন্দৰ পাঞ্জাবীটো পিন্ধিয়েইতো গৈছিল সেইদিনা। এই সুন্দৰ পৰিধানৰেই তাই প্ৰথম দিনা মধুকৰক দেখিছিল। তাইৰ ভাববিভোৰ মনক কেশৰ সিঙৰ প্ৰশ্নই যেন ব্যাঘাতহে জন্মালে।

তাই তৎক্ষণাত আচৰিত হৈ কৈ উঠিল, "বিয়া ? কাৰ বিয়া ?"

"কিয় ?" বুলি আঠুত মূৰ গুজি কেশৰ সিং স্বয়ং অৱগুণ্ঠিত নৱবধুৰ দৰে লাজত বঙা পৰি গ'ল।

"কিয় ? আপোনাৰ বিয়া। আমাৰ চাহাবৰ লগত। মই চব জানো। কিন্তু ঈশ্বৰৰ শপত মেমচাব।" সি চম্পাৰ ওচৰলৈ আগুৱাই আহিল। "ৰেমাৰে আপোনাৰ চেহেৰা একেবাৰে সলাই পেলালে মেমচাব। ফটোৰ লগত একেবাৰেই নিমিলে আপোনাৰ চেহেৰা।"

"কি ফটোৰ লগত অ' কেশৰ সিং ?" চম্পাই হাঁহিলে। তাইৰ কলিজা আনন্দত কাপালিকৰ দৰেই নৃত্য কৰি উঠিল। তেতিয়াহলে তাইৰ সেই আঙঠি পিন্ধোৱাৰ দিনা তোলা ফটোখনকে মূৰৰ শিতানত লৈ শুৱেনেকি মধুকৰে ? তাইৰ এনেকুৱা লাগিল যেন তাই হঠাতে কমোৱা তুলাৰ দৰে বতাহত উৰি গৈ আছে।

"মেমচাব ফটোখন আনোঁনে ?" কেশৰ সিঙৰ চকুত চঞ্চল

বালকৰ দুষ্টামিৰ চিকমিকনি জিলিকি উঠিল। সি দৌৰি গৈ ভিতৰৰ পৰা ডাঙৰ এনভলাপ আনি তাইৰ হাতত তুলি দিলেহি। হঠাত তাৰ কিবা মনত পৰাত লৰালৰিকৈ দৌৰি গৈ চৌকাৰ কাষ পালেগৈ। "আৰে বাপৰে! চালা গাখীৰ ষ্টভত উঠাই থৈ পাহৰিয়েই গৈছিলোঁ। চালা কেচকুৱা, ধুত চালা, তোৰ নামেই খেচেৰা।"

সেই একান্ত ফ্লেটত কেশৱ সিঙে স্বয়ং নিজকে গালি পাৰি প্ৰায়েই সি নিজে নিজৰ মনোৰঞ্জন কৰি থাকে। চম্পাৰ হাঁহি উঠি গ'ল তাৰ গালি পাৰি কোৱা কথাবোৰত। এই বাংঢালী লৰাটোৱেইতো তাইৰ বেমাৰ হোৱা শৰীৰৰ দুৰ্ব্বলতা কোনোবা মৃত্যুঞ্জয়ী টনিকৰ চমতকাৰৰ দৰে দূৰলৈ ঠেলি পঠালে। এনভলাপ খুলি তাই ফটো এখন উলিয়াই ললে, আৰু লগে লগেই সাত আঠখন মান চিঠি এনভলাপটোৰ পৰা ওলাই তাইৰ কোলাত সৰি পৰিলহি। অলপ সময় ফটোখন হাতত তুলি লৈ তাই শিলৰ মূৰ্ত্তিৰ দৰে ঠৰ হৈ পৰিল।

জয়াৰ ফটোৰ পৰা জয়াৰ তীক্ষ্ণ চকুৰ আগ্নেয়বাণে যেন তাইক পুৰি ভস্ম কৰিবলৈহে উদ্যত হৈছে।

কথকী জয়াৰ ওঁঠ যেন সেই নিৰ্জীৱ ফটোখনতো লৰি উঠিল। এই লাৱণ্যময়ী কিশোৰীয়ে যেন পদ্মাসন কৰি মুনিৰ ধ্যান ভঙ্গ কৰা মুদ্ৰাত এই ফটোখন তুলিছিল। চঞ্চল চকুৰ তীক্ষ্ণ কটাক্ষ, অঙ্গৰ অস্ফুট কিন্তু অনুপম ৰেখাক যেন ফটো গ্ৰাফাৰৰ লগত মিলিজুলিয়েই বৰ কৌশলৰে তাই তুলি পঠাইছে। জয়াতো এনেকুৱা নাছিল। ঠিকেই কৈছে কেশৱ সিঙে। এই চতুৰ ছোৱালী-জনীৰ চেহেৰাৰ এক ৰেখাৰ লগতো জানো তাইৰ চেহেৰাৰ কিবা সামঞ্জস্য থাকিব পাৰে?

প্ৰথমে তাই ইতস্ততঃ কৰি পিচত লাহে লাহে সেই মুগ্ধা কিশোৰীৰ সাতোখন চিঠি পঢ়ি পেলালে। চিঠিখনৰ এক এক

মৌলিক সম্বোধনে তাইক বৃশ্চিকৰ দৰেই দংশন কৰি গ'ল। সম্ভা খোলা ভাষাৰেই এই পত্ৰ লিখিকাই নিজৰ উঠলি উঠা বেগৱতী প্ৰণয়ধাৰাৰ স্পষ্ট চিত্ৰ অঙ্কিত কৰি পঠাইছে। প্ৰত্যেক চিঠিতেই কেৱল এটাই মাত্ৰ নিৰ্লজ্জ নিবেদন আছিল : মধুকৰে যদি তাইক বিয়া নকৰাই তাই বিহ খাই আত্মহত্যা কৰিব। অষ্টম পত্ৰতটো তাই কোনোবা বিবস্ত্ৰা বাৰবনিতাৰ দৰেই নিৰ্লজ্জতাৰে প্ৰেমিকৰ সন্মুখত ঠিয় হৈ প্ৰেমিকৰ পৌৰুষত্বক সাবধান কৰি গ'লহি "এইখন মোৰ আপোনালৈ দিয়া অষ্টম পত্ৰ। এতিয়ালৈকে আপুনি মোলৈ এশাইন আথবো লিখি নপঠালে যদিও আমাৰ আঙঠি পিন্ধোৱা আজি প্ৰায় এমাহেই হ'লহি। তথাপিও মই আপোনালৈ মোৰ ফটো এখন দি পঠালোঁ। ইমানখিনি মনত ৰাখিব ডাক্তৰ চাহাব। আপুনি এই বিয়া সিমান সহজে ভাঙিব নোৱাৰিব, কাৰণ মই শুনিছোঁ ( আপুনিও ছাগৈ শুনিছে ) আপোনাৰ দেউতাকে নিজৰ টিকনিৰ আগত গাঠি দি শপত খাই কৈছে এই বিয়া হবই আৰু আপুনি যদি এই বিয়াত মত নিদিয়ে তেওঁ প্ৰাণ ত্যাগ কৰিব। ব্ৰাহ্মণ আৰু পিতৃ হত্যা দুয়োটাৰে পাপ লাগিব কিন্তু! শ্ৰীমান ? আপুনি ভালকৈ শুনি লওক। মোৰ বাহিৰে যদি আপুনি অন্য কাৰোবাৰ পাণি গ্ৰহণ কৰে, মযো প্ৰাণ ত্যাগ কৰিম। অকল এয়াই নহয় আপুনি যতেই থাকক, অকলে বা স্ত্ৰীসহ, এই জয়াৰ প্ৰেতাত্মা সদাই আপোনাৰ চাৰিওফালে ছায়াৰ দৰেই থাকিব। যি আমাৰ বিয়াৰ আগত বিধি পথালি দিবহি মোৰ আত্মাই তাক কেতিয়াও শান্তিৰে থাকিবলৈ নিদিব।"

কঁপা কঁপা হাতৰে চম্পাই অন্য এখন চিঠি তুলি ললে।

"তই লিখা চিঠিখন আজিহে পালোঁ। মই তোৰ পৰা এনেকুৱা এখন চিঠিয়েই আশা কৰিছিলোঁ। মই জানিছিলোঁ তই মোৰ সন্তান হৈ মোক কেতিয়াও অপদস্থ কৰিব নোৱাৰ। শুভ-কাৰ্য্যত বিলম্ব কৰাৰ মই একেবাৰেই পক্ষপাতি নহয়। অহা মাহতেই

কইনাঘৰীয়াক লগত লৈ মই বম্বে পামগৈ : এয়েইতো তোৰ ইচ্ছা আছিল যে বিয়া বম্বেৰ পৰা হওক। কল্যাণত কন্যাৰ পেহীয়েক থাকে। তাৰ পৰাই তোৰ ইচ্ছা অনুযায়ী অনাড়ম্বৰৰেই বিয়াৰ কাৰ্য্য সম্পন্ন কৰিম যদিও একমাত্ৰ সন্তান হিচাপে তোৰ বিয়াখন বৰ ধুমধামেৰে পতাৰ ইচ্ছা আছিল।

শুভাশীষেৰে—

তোৰ পিতা

ৰামদত্ত।

চিঠিখন চম্পা বম্বে আহি পোৱাৰ এদিনৰ আগতেহে পাইছিলহি। সেয়া তাই ডাকঘৰৰ মোহৰ দেখিয়েই বুজি উঠিল। প্ৰিন্সৰ দিনাই মধুকৰৰ সুব্যৱস্থিত জীৱনত তেতিয়াহলে তাই কাল ধুমুহাৰ দৰেই আহি সকলো ভাঙি চূৰমাৰ কৰি গ'লহিনেকি? তাই আৰু একো ভাবিব নোৱাৰিলে।

কাপোৰত হাত মচি মচি হাঁহি হাঁহি আহি তাইৰ সন্মুখত ঠিয় হোৱা কেশৰ সিঙে এতিয়াও তাইৰ মনৰ কথা একো বুজিব পৰা নাছিল।

"চব চালা গাখীৰ উতলি পৰি গ'ল। এই চালা গেচৰ চৌকা এনেকুৱাই মেমচাব। আমাৰ পাহাৰৰ চৌকাবোৰ কি সুন্দৰ? যেতিয়াই মন যায় খৰি দি জুইৰ তাপ বঢ়াই দিয়ক আৰু যেতিয়াই মন যায় খৰি উলিয়াই জুইৰ তাপ কমাই দিয়ক। কিন্তু আমাৰ এই গেচৰ চৌকা চালা একেবাৰেই চিতাৰ দৰে হু হুৱাই জ্বলি উঠে। চাহাবক যে কিমান বাৰ কলোঁ চাহাব এটা সৰু মাটিৰ চৌকা আনি দিয়ক। কিন্তু চাহাবে চৌকাৰ কথা কলেই একেবাৰে ৰুদ্ৰমূৰ্ত্তি ধৰি আহে খণ্ডত। মেমচাব আপুনি এতিয়া আহিল নহয় মোক এটা সৰু মাটিৰ চৌকা অনাই দিব। চাবচোন মাটিৰ চৌকাৰ অঙঠাত সেকা আপোনাক কেনেকুৱা পাহাৰী বেকৰা ৰুটি খুৱাম। ফুলি একেবাৰে বেলুনৰ দৰেই হৈ পৰিব। খালি ভিতৰত

থাকিব ছিংদি বন্ধা মাটি ডাইলৰ পূৰ। মোৰ নবৌয়েতো কৈছিলেই "বিয়াৰ আগতে যদি তোমাৰ হাতৰ বেকৰা কটি খালেঁহেঁতেন কেশকৰা তেতিয়াহলে জানো তোমাৰ এই অকৰ্মণ্য ককায়েৰাৰ লগত আঁচল বান্ধিলেঁহেঁতেন ? বৰ ধেমেলীয়া, বাংঢালী মোৰ ছীৰাজতী নবৌজনী বুলি সি খকৰকাই হাঁহি উঠিল। কিন্তু হঠাৎ তাৰ ভাবী স্বামিনীৰ শেঁতা পৰা মুখ দেখি সি ভীত হৈ পৰিল। "কি হ'ল মেমচাব, গা ভাল লগা নাইনেকি ? আপুনি অকণমান শুই দিয়ক, ৰাতিপুৱাৰ পৰাইতো আপুনি চেৰেকীৰ দৰেই কাম কৰি ঘূৰি আছে। মই কেশকৰা থাকোঁতে আপুনি কিয় ইমান কষ্ট কৰিব লাগিছিল। চাহ একাপ কৰি আনোঁ। মেমচাব ?" সি নিজৰ বেদনাৰ দৰে ডাঙৰ ভৰি ছুখন পাক খুৱাই আনি ছয়ো হাত আঠুত গুজি কোনোবা কিশোৰ ক্ৰীকেটাৰৰ মুদ্ৰাত ঠিয় হৈ ৰ'ল। এই অল্পভাষিণী সুন্দৰী স্বামিনীৰ সেৱাত সি সদাই উৎফুল্লতাৰেই তৎপৰ হৈ থাকে। মূৰ জোকাৰিয়েই চম্পা কোঠালৈ সোমাই গ'ল।

সোণালী ভৱিষ্যতৰ ভৱ্য প্ৰাসাদৰ সন্মুখত নিজৰ বৈভৱত তাই স্বয়ং চকু ফুৰাই মুগ্ধ হৈ ঠিয় হৈ আছিল। সেইয়া কোনোবাই চাওঁতেই চকুৰ পচাৰতেই যেন ডিনামাইটৰে ভাঙিচিঙি ভূমিস্যাত কৰি দিলে। সুখৰ শিখৰত তুলি দি স্বয়ং নিয়তিয়েই যেন নিৰ্ম্মম হৃদয়হীনতাৰে তাইক আকৌ তললৈ দুখৰ গহ্বৰলৈ ঠেলি পেলাই দিলে। এতিয়া সেই আনন্দৰ শিখৰৰ ফালে মূৰ তুলি চোৱাও যে তাইৰ পক্ষে মহামূৰ্খতা। অনিশ্চয় স্মৃতিয়ে তাইক আকৌ অবিবেক হৃদয়ৰ ওচৰত পৰাজিত কৰি তুলিব পাৰে। সেয়ে তাই মধুকৰ আহি পোৱাৰ আগতেই নিজৰ সিদ্ধান্ত লবলৈ মন স্থিৰ কৰি পেলালে। এবাৰ যদি মধুকৰ আহি পায়, তেতিয়া আৰু তাইৰ ওচৰত উদ্ধাৰৰ একো উপায়েই নাথাকিব। ৰামদত্তই যদি সঁচাই আত্মহত্যা কৰে ? আৰু জয়া ! তাইতো জয়াক বহুত সকৰে

পৰাই দেখি আহিছে। সেই ভাবুক ছোৱালীজনীৰ কাৰণে আবেশত যিকোনো মূৰ্খতাপূৰ্ণ কামেই কৰি পেলোৱা সম্ভৱ। ছুটা জীৱনৰ হত্যাৰ ভাৰ বহন কৰি জানো মধুকৰক সুখী কৰিব পাৰিব ?

লৰালৰিকৈ চুটকেচত কাপোৰ ভৰাই তাই যাবলৈ সাজু হৈছিলহে, এনেকুৱাতে কেশৱ সিঙ আহি পালেহি শাক-পাচলিৰ মোনাটো হাতত লৈ। সি বজাৰৰ পৰা নিজৰ স্বামিনীৰ কাৰণে থৰিকাজঁাইৰ ঘনকৈ গোঠা এডাল মালাও লৈ আহিছিল খোপাত সজাবলৈ।

"একেবাৰে কলিবে সজোৱা মালা, তিতা কাপোৰবে ভিজাই থবলৈ কৈছে মেমচাহাব। চাহাবতো কালিলৈহে আহিব ? কালিলৈকে সকলো কলি ফুলি উঠিব।" সি নিজৰ ৰঙীন প্ৰস্তাবত স্বয়ং ছোৱালীৰ দৰে লাজ কৰি তলমূৰ কৰি ৰ'ল।

"কেশৱ সিঙ" চম্পাৰ শান্ত স্বৰ একেবাৰেই সংযত আছিল। "মইতো আজিয়েই যাব লাগিব। তই বজাৰলৈ যোৱাৰ পিচতেই এখন টেলিগ্ৰাম আহিল।"

"কলৈ যাব আপুনি মেমচাব ?" বুলি কেশৱ সিঙ একেবাৰে উদাস হৈ পৰিল। নিজৰ চাহাব আৰু এই সুন্দৰী ভাবী মেমচাহাবৰ ক'ৰ্টশ্বিপত সি চিনেমা চোৱাৰ আনন্দই উপভোগ কৰিছিল। আজি ৰাতিপুৱাৰ পৰাই যেন কেনেকুৱা মন মৰা হৈ পৰিছিল তাৰ এই গম্ভীৰ সুন্দৰী মেমচাবজনী। কালিলৈকেতো একেবাৰেই ভালে আছিল।

"আকৌ কেতিয়া আহিব আপুনি মেমচাব ?" কেশৱ সিঙৰ কান্দোন মিহলি করুণ স্বৰে চম্পাকো এক পলৰ কাৰণে বিচলিত কৰি পেলালে।

"কেতিয়া আহিম কেনেকৈ কম কেশৱ সিঙ, মোৰ অহা আৰু যোৱা জানো মোৰ হাতত আছে ? মইতো চাকৰি কৰোঁ অকৰা"। কলিজাত চেপি ৰখা কান্দোনে তাইৰ কণ্ঠ চেপি আনিলে। মধুৰ কণ্ঠৰে ৰামায়ণ পাঠ কৰা সপেন্দ্ৰতীৰ কণ্ঠস্বৰ যেন লাহে

লাহে তাইৰ কাণত বাজি উঠিল। কালিলৈকে জানো তাই চাকৰিৰ কথা ভাবিছিল ?

"নাথ উমা মম প্ৰাণ সম, গৃহ কিঙ্কৰী কৰেও,
ছমুহ সকল অপৰাধ অব, হোও প্ৰসন্ন বৰ দেহু।"

কেশৱ সিঙৰ হাতত পাচটকীয়া নোট এখন গুজি দি তাই নিশ্চুপ হৈ বাহিৰলৈ ওলাই আহিল।

আধা ৰাতিয়েই তাই ষ্টেচনৰ পৰা খোজ কাঢ়ি ঘৰ পালেগৈ। দুৱাৰত টোকৰ পৰাত দুৱাৰ খুলি মিনিয়ে তাইক দেখি প্ৰায় চিঞৰিয়েই উঠিল। "কলৈ গুচি গৈছিলা তুমি; আৰু এয়া চেহেৰাৰ কি গতি কৰি আনিছা ? কিবা অসুখ বিসুখ হৈছিল নেকি ? হে ভগৱান !" মিনিয়ে চঞ্চলতাৰে কৰা প্ৰশ্নৰ একো উত্তৰ নিদিয়াকৈয়েই চুটকেচটো মাটিত থৈ চম্পা চকী এখনত বহি পৰিল।

"মই সৌদামিনিলৈ ফোন কৰিছিলোঁ। তোমাৰ ইমান দিন একো খবৰ নাপায়। তাই যেতিয়া কলে তুমি তাইৰ ঘৰ পোৱা গৈয়েই নাই, মই ভয় খাই চিন্তিত হৈ পৰিছিলোঁ। নাই তোমাৰ কোনো ফোন, নাই তোমাৰ কোনো চিঠি-পত্ৰ। ভাবিলোঁ তেতিয়াহলে ট্ৰেইনতেই কিবা দুৰ্ঘটনা হ'লনেকি ? ইফালে ইয়াতো যে ইমান ডাঙৰ দুৰ্ঘটনা হৈ গ'ল।"

"কি দুৰ্ঘটনা ?" চম্পাই বহাৰ পৰা তাইৰ ক্লান্ত চকুহালি তুলি মিনিলৈ চালে।

"সুধিছা কি দুৰ্ঘটনা" বুলি মিনিয়ে মিচিকিয়া হাঁহি এটা মাৰি তাইৰ আলমাৰিটো খুলিলে আৰু তাৰ পৰা গিলাচত অলপমান ব্ৰেণ্ডি ধালি তাইৰ হাতত দি কৈ উঠিল "লোৱা এইখিনি তৎক্ষণাত খাই পেলোৱা। তেতিয়াহে মই তোমাক সকলো শুনাম।" মন নোযোৱা সত্বেও চম্পাই গিলাচ ওঁঠত লগাই একে উশাহতে আৰু একে ধোকতে সকলোখিনি তৰল পদাৰ্থ গিলি পেলালে। কণ্ঠনলীক

জলাই সেই নীট ব্ৰেণ্ডিৰ চুনলীয়ে লগে লগে তাইৰ ক্লান্ত শৰীৰত চেতনাৰ লহৰ দৌৰাবলৈ ধৰিলে ।

"কেনেকুৱা দুৰ্ঘটনা" বুলি তাই আকৌ মিনিক প্ৰশ্ন কৰি উঠিল । "তুমি যোৱাৰ ঠিক পিচৰ দিনাই একেবাৰে ৰাতিপুৱাতেই মিচেচ সেনগুপ্তই মোক মাতিবলৈ আহিছিল । থেঙ্ক গড, তুমি সেইদিনা নাছিলা । তুমি থকা হলেতো তোমাকেই লৈ গ'লহেতেন । তোমাৰ ভনীৰ শৰীৰ হঠাতেই বেয়া হৈ পৰিল । তোমাৰ ভনীৰ কেচ যদি নহলহেতেন যোশি, মই কেতিয়াও তালৈ নগলোঁহেতেন । গৈ পাই দেখিলোঁ৷ ছোৱালীজনী বিষত ছটফটাই বিবৰ্ণ হৈ পৰিছে । তেতিয়াই ময়ূৰী সেনগুপ্তা আহি মোক ইনষ্ট্ৰাকচন দিবলৈ ধৰিলে চেলাইন ড্ৰিপ আদি দিয়াৰ বিষয়ে। মোৰ এনেকুৱা লাগিছিল যেন এটা থাপৰ সোধাই তাইৰ মুখ উত্তৰ দিশাৰ পৰা দক্ষিণ দিশা কৰি পেলাওঁ । কাম কৰিব এনেকুৱা আৰু এতিয়া আমাক ডাক্তৰী শিকাবলৈ আহে । গোটেই ৰাতি মৃত্যুৰ লগত যুঁজি যুঁজিহে বচাব পাৰিছিলোঁ৷ ছোৱালীজনীক । দুয়োজনীয়ে একেবাৰেই মিছা কথা কৈছিল । কৈছিল ১৬ সপ্তাহহে চলি আছে, কিন্তু কমচে কম ২০ সপ্তাহৰ ওপৰ হৈছিল । চতুৰ্থ দিনাই তাইক দিল্লীত থৈ মিষ্টাৰ সেনগুপ্ত আৰু ময়ূৰী ষ্টেচনৰ পৰা উভতিছিল । কিন্তু গৰ্বেৰে আহি থকা তেওঁৰ মাৰ্চিডিজখন পাঠানকোট এক্সচপ্ৰেচে ঘৰঘৰাই কাটি থৈ গ'ল । দোষ মিষ্টাৰ সেনগুপ্তৰেই আছিল । গেট-চকিদাৰক ভয় খুৱাই ধমকাইহে তেওঁ গেট খোলাই লৈছিল । ভাবিছিল ট্ৰেইনৰতো কোনো শুং সূত্ৰই নাই। তৎক্ষণাত ওলাই যাব পাৰিব । কিন্তু মূৰৰ ওপৰত ধৰি থকা পাপৰ বোজাৰ ধ্যানেই নাছিল বেচেৰা সেনগুপ্তৰ । সৰ্ব্ব শৰীৰ টুকুৰাটুকুৰ হৈ দুৰদূৰণিত চিটিকি পৰিছিল । ক'ৰবাত কটা হাত, কৰবাত কটা ভৰি, উস্ ! কিযে বিভৎস দৃশ্য যোশি । বাপেক জীয়েকৰ এনে পৰিণতি দেখি মিচেচ সেনগুপ্ত যেন একেবাৰেই বোবা হৈ পৰিল । একেবাৰে মৌন হৈ বহি থাকে

যেন প্ৰস্তৰ মূৰ্ত্তিহে তেওঁ। ট্ৰেঙ্কুলাইজাৰ দি দিহে কেইবাদিনৰ পৰা তেখেতক অচেতন কৰি ৰখা হৈছে। যেতিয়াই চেতনা আহে তেতিয়াই খালি তোমাৰ নাম লয়। কয় তেওঁক মাতি আনা মিনি। এতিয়াই মোৰ গোটেই সম্পত্তি তেওঁৰ নামত লিখি দি মই বহুত দূৰলৈ গুচি যাম। মোৰ মা তেওঁ। সাক্ষাত দেৱী, তেৱেঁই এতিয়া এই হস্পিতালৰ সকলো দায়িত্ব লব। তেওঁৰ মুখলৈ যোশি মই চাই থাকিব নোৱাৰা হৈ পৰিছোঁ। তুমি ভাবিবই নোৱাৰা আই হেভ গান টু হে'ল (I have gone to hell) ইমান দিন সেই ভাবহীন চকু দেখি দেখি ইভেন আই নিড এ শ্বট" (even I need a shot)

চম্পা সেইদিনা অকলেই গৈছিল কমলেশ্বৰীৰ ওচৰলৈ। নিজৰ বৃহৎ ড্ৰইং ৰুমৰ ওখ চকি এখনত কমলেশ্বৰী নিৰ্জীৱ প্ৰস্তৰ মূৰ্ত্তি এটাৰ দৰে অকলেই বহি আছিল। সেই চকুত নাই এক বিন্দু চকু পানী, নাই সেই শুকান ওঁঠত কিবা ভাষা।

স্বামিনীৰ দৰেই শিল হৈ যোৱা দুখু যমদূতৰ দৰে দুৱাৰত থিয় দি আছিল। চম্পা লাহে লাহে আগবাঢ়ি গ'ল, কিন্তু তাইৰ ধেনুভিৰীয়া চকুযুৰি একেবাৰেই স্থিৰ আছিল। আৰু ওঁঠ দৃঢ়ভাবে সৈতে বন্ধ। তাই কমলেশ্বৰীৰ ভৰিৰ কাষতে বহি তেওঁৰ আঠুৰ ওপৰত পৰি থকা বৰফ শীতল দুয়ো হাত নিজৰ হাতত তুলি ললে। মুখৰে এটা শব্দ নোকোৱাকৈও যেন দুয়োৰে হৃদয়ৰ বেগৱতী দুখৰ তৰঙ্গ বুজি উঠিল। তেওঁলোকৰ খবৰেই নাছিল কিমান সময় যে দুয়ো মুখামুখিকৈ নিশ্চল মূৰ্ত্তিৰ দৰে বহি আছিল।

শান্ত নিৰুদ্বেগ স্বৰত কমলেশ্বৰীয়ে তাইক কলে "চম্পা তুমি আৰু মোক এৰি কেতিয়াও নাযাবা চম্পা। তোমাৰ অবিহনে মই বৰ নিসঙ্গ।" সেই কৰুণ চকুৰ মৌন বেদনাইতো চম্পাক বান্ধি পেলাইছিল। সেইদিনাৰ পৰাই চম্পাই আৰু সাত আঠ দিনমান নিজৰ বঙলালৈ যাব পৰা নাছিল। অষ্টম দিনা কমলেশ্বৰীয়ে

নিজেই গৈ তাইৰ সকলো বস্তু নিজৰ ঘৰলৈ লৈ আহিলগৈ।

"চম্পা"। কমলেশ্বৰীৰ প্ৰভাৱশালী কণ্ঠস্বৰৰ জনজননিয়েই যেন আইনৰ অমিত ৰেখা হৈ পৰিল। "ঈশ্বৰে মোক এটাই সন্তান দিছিল কিন্তু তেওঁৰ ইচ্ছা হ'ল মই অভাগিনী কাকবন্ধ্যা হৈও নাথাকো। সেয়ে তাইকো মোৰ পৰা কাঢ়ি নিলে। আজিৰ পৰা তুমিয়েই মোৰ নিজৰ ছোৱালী। তুমিয়েই মোৰ ময়ূৰী হৈ থাকিবা সোণজনী।"

গোটেইদিন হস্পিতালত কটাই গধূলি অৱসন্ন ক্লান্ত মন লৈ চম্পা ঘৰলৈ আহি দেখে কমলেশ্বৰী চালপিৰা এখনত অকলে বহি শূন্য দৃষ্টিৰে আকাশৰ ফালে ৰ' লাগি চাই আছে। যি বিৰাট পানদানৰ কথা, চূণৰ টেমাৰ পৰা সুবাসিত কৰ্পূৰৰ সুগন্ধ সাঁফৰ খোলাৰ লগে লগেই উদ্ভাসিত হৈ উঠিছিল আৰু পাণ-চুকাৰি নোখোৱা চম্পাৰ সংযত জিভাকো উৎসাহিত কৰি গৈছিল সেই চূণেই আজি শুকাই শিল হৈ পৰিল। মিনাকৰোৱা সিংথাপ লগোৱা মুকুতাৰে সৈতে জালিকটা লতা অঁকা ভূপালী পাণ বটা আজি কৰবাত অনাদৰত পৰি ৰ'ল। বৈধব্যই কমলেশ্বৰীকেই নহয় সেই অট্টালিকাৰ প্ৰত্যেক বস্তুকেই যেন দংশন কৰি নিষ্প্ৰাণ কৰি গ'ল। তথাপিও কমলেশ্বৰীয়ে এদিনো চম্পাৰ আগত সেই ভয়াবহ দুৰ্ঘটনাৰ কথা উল্লেখ নকৰিলে বা চম্পায়ো এদিনো সেই ঘটনাৰ কথা সুধিবলৈ বা জানিবলৈ আগ্ৰহ নেদেখুৱালে। এই মৌনতাই যেন দুয়োকে দুয়োৰে ওচৰলৈ কোনো এক নজনা শক্তিৰ মৈত্ৰীৰে বান্ধি থৈ গ'ল।

মিনি ঘোষ ইতিমধ্যে দীঘলীয়া ছুটি লৈ ভনীয়েকৰ ঘৰ ধৰমশালালৈ গুচি গ'ল। সেই কাৰণে চম্পাই ডিউটিলৈ এতিয়া অকলেই যাবলগীয়া হোৱাত কেতিয়াবা একেবাৰে ৰাতিপুৱাই ওলাই গৈ একেবাৰে ৰাতিহে ঘূৰি আহে।

কমলেশ্বৰীয়ে সেনগুপ্তৰ ব্যৱসায় স্বয়ং চন্তালি লবলৈ আৰম্ভ

কৰিলে। এতিয়া ঘৰৰ সন্মুখ প্ৰায়েই কৰ্ম্মচাৰীৰে ভৰি থাকে। তেওঁ গোটেই দিন অফিচত বহি গিৰীয়েকৰ আধৰুৱা কাম সম্পূৰ্ণ কৰাত ব্যস্ত হৈ পৰিল।

"ভাবিছোঁ আমাৰ সকলো চেয়াৰ কৰ্ম্মচাৰীসকলক বাটি দি কৰবাৰ তীৰ্থলৈ গুচি যাওঁ চম্পা। তুমি কোনোবা ডাক্তৰণীক নাজানানে যিয়ে অলপ দিনৰ কাৰণে তোমাৰ কামৰ ভাৰ লব পাৰে?" এদিন কমলেশ্বৰীয়ে কোৱা কথাত চম্পা একেবাৰে উচপ খাই উঠিছিল। যিকোনো যাত্ৰাৰ কাৰণেই তাইৰ ব্যথিত ভীৰু চিত্তই তাইক এতিয়া স্বীকৃতি দিব পৰা নাছিল। তাইতো স্বেচ্ছাই তাইৰ আজন্ম কাৰাবাসৰ উদাৰ দণ্ডক স্বীকাৰ কৰি লৈছে।

"আপুনি নিচিন্ত মনৰে ফুৰি আহক মিচেচ সেনগুপ্ত। মই সকলো ভালকৈ চোৱাচিতা কৰিম। কিন্তু দুখুক লৈহে ওচৰৰ গিৰিধি বা পুৰিৰ পৰা ফুৰি আহিবলৈ মই আপোনাক অনুৰোধ কৰিছোঁ। কেতিয়াবা হঠাৎ অসুখ বিসুখ হলেও যাতে মই তৎক্ষণাত আপোনাৰ ওচৰ পাবগৈ পাৰোঁ।" চম্পাৰ কথাত কমলেশ্বৰীয়ে নাই নালাগে বুলি প্ৰায় করুণ আৰ্ত্তনাদ কৰি কোৱা কথাষাৰত কমলেশ্বৰীৰ পীড়িত পশুৰ দৰে আহত চকুত অদ্ভুদ দৃঢ়তা জিলিকি উঠিল। "ওচৰেপাজৰে নহয়, দূৰ, বহুত দূৰ এনেকুৱা ঠাই, য'ত মোক কোনেও নাজানে, কোনেও চিনি নাপায়, তেনেকুৱা অৰণ্যলৈহে মই যাব খুজিছোঁ চম্পা। আৰু তোমাক শপত দিছোঁ চম্পা, তুমি মোক মিচেচ সেনগুপ্তা মিচেচ সেনগুপ্তা বুলি মাতি দুখ নিদিবা। সেই অভাগীয়ে যেতিয়া মোক মা বুলি মাতিছিল মই তাইৰ সকলো দোষ পাহৰি পেলাইছিলোঁ।"

দীৰ্ঘকাল তপস্যাৰ পিচত কমলেশ্বৰীৰ কণ্ঠস্বৰ যেন নিজৰ স্বাভাবিক গৰিমাত উদভাসিত হৈ উঠিল। বৈধব্যৰ শ্বেত পৰিধানে তেওঁৰ তেজস্বী ব্যক্তিত্বক যেন আৰু তেজস্বিনী কৰি তুলিছিল। তেওঁৰ দৃঢ়তা আৰু প্ৰতাপত কুটিলতা লেশমানো নাছিল।

"চম্পা" তেওঁ অলপমান আগবাঢ়ি গৈ তাইৰ কান্ধত হাতখন থৈ কবলৈ ধৰিলে। সেই স্বৰত কোমলতা আছিল, পবিত্ৰতা আছিল আৰু আছিল মমতা। "জানা সোণজনী আজি লক্ষ্মী পূৰ্ণিমা। আজি লক্ষ্মী যাৰ ওচৰত সু-প্ৰসন্ন হয় তাক তেওঁ স্বয়ং বৰণ কৰি লয়।" তেওঁ অদ্ভুত ধৰণে কৰুণকৈ হাঁহিবলৈ ধৰিলে "তুমি বিশ্বাস কৰা নাই নহয় ?"

"মই বুজা নাই আপুনি কি ক'ব বিচাৰিছে।" চম্পাৰ নিষ্কপট দৃষ্টি কমলেশ্বৰীৰ মুখৰ ওপৰত স্থিৰনিবদ্ধ হৈ ৰ'ল। "আজি লক্ষ্মী তোমাৰ ওপৰত সুপ্ৰসন্ন। মোৰ গুৰুৰো এয়েই ইচ্ছা মই যেন মোৰ সকলো স্থাবৰ অস্থাবৰ সম্পত্তি আজিয়েই তোমাৰ নামত লিখি দিওঁ। এয়াই মোৰ গুৰুৰ আদেশ মোৰ ওচৰত।"

"নাই নাই মোক এই জঞ্জালত নেপেলাব" বুলি চম্পাই কৰুণ আৰ্ত্তনাদ কৰি উঠিল।

"তুমি লাগিলে আকৌ অন্য কাৰোবাক দান কৰি দিয়া তাত মোৰ আপত্তি নাই। কিন্তু মই আজিয়েই মোৰ উইল কৰিবলৈ সঙ্কল্প লৈছোঁ। তুমি আজি হস্পিতালৈ যাব নালাগে চম্পা, তিনি বজাত কলিকতাৰ পৰা মোৰ সলিচিটাৰ মিষ্টাৰ মিত্ৰ আহিব। এয়া মোৰ অনুৰোধ নহয়, আদেশ আইজনী"।

সঁচাকৈয়ে এডাল তৃণো কমলেশ্বৰীয়ে নিজৰ কাৰণে নাৰাখিলে। দুখুক নিজৰ মাটিৰ এটা ডাঙৰ অংশ দি তাইকেই তেওঁৰ গৃহদেৱতাৰ পূজাৰ ভাৰ সঁপি দিলে। কচোৱান, বেহেৰা, বাট্‌লাৰ, সহিচ সকলোকে নিজৰ নিজৰ প্ৰাপ্য দি মুক্তি দি কমলেশ্বৰীয়ে স্বয়ং নিজৰ আঁত হেৰুৱা জীৱনৰ আঁত কিছু পৰিমাণে উলিয়াই ললে। ঘোঁৰাশাল, পলট্ৰিফাৰ্ম, সৰু মিউজিয়াম আদি চাওঁতে চাওঁতেই সকলো বন্ধ হৈ গ'ল।

হঠাৎ হাতত আহি পৰা অতুল সম্পত্তিৰ বিষয়ে চম্পাই

মাকলৈ একো লিখা নাছিল। ভগবতীয়েও তেওঁৰ চিঠিত বেমাৰৰ বিষয়ে একো লিখা নাছিল। তেওঁৰ সমগ্ৰ চিন্তা প্ৰবাসিনী জীয়েকক লৈয়েই ঘণীভূত হৈ আছিল। তাই বাৰু ভালকৈ খোৱাবোৱা কৰিছেনে নাই? নিজৰ স্বাস্থ্যৰ প্ৰতি তাই বাৰু যত্ন লৈছেনে? চান্দমনিয়ে বাৰু ভালকৈ কামবন কৰি আছেনে? আৰু ঝিমি? তাই বাৰু চম্পাৰ লগত আছেনে নাই? কিন্তু নিজৰ স্বাস্থ্যৰ বিষয়ে এলাইনো নিলিখা সেই সহনশীলা জননীৰ নাড়ী যেন এই চিঠিবোৰৰ প্ৰত্যেক শাৰীতেই ধৰফৰাই আছিল। তেওঁ যেন ইতিমধ্যে বুজি উঠিছে যে তেওঁ আৰু ভাল নহয়, কেতিয়াও আৰু ভাল নহয়। জীয়াই থকাৰ ইচ্ছা যে তেওঁৰ একেবাৰেই নোহোৱা হৈ পৰিছে, সেয়া চম্পাই ভালকৈয়ে বুজি উঠিছে। এই বেমাৰত ঔষধতকৈয়ো যে জীয়াই থকাৰ ইচ্ছা শক্তিহে বেচি প্ৰয়োজন সেয়া তাই ডাক্তৰ হৈ ভালকৈয়ে উপলব্ধি কৰিছে। সেইদিনা তাই কমলেশ্বৰীক অলপ অসুস্থ দেখিয়েই হস্পিতালৰ পৰা অকণমান সোনকালেই উলতি আহিছিল। তাই ঘূৰি আহি দেখিলে টেবুলৰ ওপৰত এটা বন্ধ লেফাফা পৰি আছে। য'ত অচিনাকি হাতেৰে হস্পিতালৰ এড্ৰেচত তাইৰ নামেই পৰিষ্কাৰকৈ লিখা আছে। এবাৰ ওপৰে ওপৰে চাই তাই আকৌ সেই লেফাফাটো আগৰ দৰেই টেবুলৰ ওপৰত থৈ দিলে। আজি অলপদিনৰ পৰা কমলেশ্বৰীয়ে সম্পত্তিৰ উত্তৰাধিকাৰী নিৰ্ব্বাচিত কৰাৰ কিমান যে সীমাসংখ্যা নোহোৱা বিচিত্ৰ চিঠি তাইৰ নামত আহিবলৈ ধৰিছে। তাই নজনাকৈয়ে যে কিমান এনেকুৱা ধৰণৰ বিচিত্ৰ পত্ৰৰ বৰ্ষণ তাইৰ ওপৰত হবলৈ ধৰিছে। কোনোবা বিধুৰৰ বিবাহ প্ৰস্তাৱ, কোনোবাই চেয়াৰ হ্মাৰ কৰিবলৈ কৰা বিশেষ অনুৰোধ, কোনোবাই নৱনিৰ্ম্মিত হোটেল কিনিবলৈ কৰা অনুৰোধ ইত্যাদিয়েই তাইক বাৰুকৈয়ে আমনি লগাই তুলিছে। সেয়ে তাই ভাবিলে নিশ্চয় এইখন চিঠিও তেনেকুৱা কোনোবা পাগলৰেই হব ছাগৈ। কমলেশ্বৰীক এটা ইনজেকচন

দি যেতিয়া তাই তাইৰ কোঠালৈ সোমাই আহিল, তাই দেখিলে সেই চিঠিখন বতাহৰ এক মধুৰ জোকাৰণিত তাইৰ ভৰিত আহি পৰিলহি আৰু তাইৰ এইখন ভৰি আহি অজানিতেই সেই চিঠিখনৰ ওপৰত পৰিলগৈ। চিঠিখনৰ সেই ধৃষ্টতা দেখি অজানিতে চিঠিখনৰ ওপৰত তাইৰ এটা কৌতুহল জাগি উঠিল।

. বিচনাত পৰি তাই চিঠিখন খুলি ললে। এইখনতো তাই ভবাৰ দৰে কোনো পুৰুষৰ চিঠি নহয়।: .কোনোবা এলিজাবেথ কড্রিকৰ। কোনোবা নামনজনাৰ দিঘলীয়া চিঠিখন তাই খুলি লৈ এফালৰ পৰা পঢ়ি যাবলৈ আৰম্ভ কৰিলে।

"প্রিয় ডাক্তৰ যোশি। আপুনি মোক চিনি নাপায়। মই আপোনাৰ ভনী জুহিৰ বন্ধু। আমি দুয়ো এদিন একেখন হোটেলতেই কাম কৰিছিলোঁ। আজি কেইদিনমান আগতে হঠাৎ আমি দুয়ো আকৌ দুয়োকে লগ পাই গ'লোঁ। কিন্তু মোৰ দুখ লাগিছে আজি আপোনাৰ লগত প্ৰথম পৰিচয়তেই মই আপোনাক এক দুখ-সংবাদ দিব লগীয়া হ'ল। আপোনাৰ ভনী ইয়াত দুৰ্ভাগ্যবশতঃ এটা মার্ডাৰ কেচত ইন্‌ভল্ব হৈ পৰিছে। আপোনাক জানো তাই কৈছিল যে তাই এটা বৰ ডাঙৰ বিপদত পৰিছে। যি নিৰ্লজ্জই তাইৰ এই অৱস্থা কৰিছিল তেওঁ তাইক আশ্বাস দিছিল যে তাইৰ ডাইভৰ্চৰ সকলো কানুনী কাম শেষ হলেই তেওঁ তাইক বিয়া কৰাই নিজৰ পত্নী কৰি লব। কিন্তু ইফালে সেই ব্যক্তিয়ে এজনী সুন্দৰী পাঞ্জাবী ছোৱালীৰ লগত বেয়াকৈ ফুৰা চকা কৰিবলৈ লৈছিল। আৰু এদিন দুৰ্ভাগ্যবশতঃ সেই ছোৱালীজনীৰ আঙঠি পিন্ধোৱাৰ ডিনাৰৰ ভোজ আমাৰ হোটেলতেই দিছিল। তাইৰ ভাবী শহুৰ দিল্লীৰ এক প্ৰসিদ্ধ ব্যৱসায়ী। সেই কাৰণেই দিল্লীৰ সকলো প্ৰতিষ্ঠিত নাগৰিক সেইদিনা তেওঁৰ নিমন্ত্ৰিত অতিথি হৈ আহিছিল। আপুনি মোক বিশ্বাস কৰক ডাক্তৰ যোশি। সেইদিনা মই সঁচাকৈয়েই নাজানিছিলোঁ যে মিষ্টাৰ ব'টৰাৰ ছোৱালীৰ

আঙঠি পিন্ধোৱাৰ ডিনাৰৰ নিমন্ত্ৰিত আলহীৰ ভিতৰত মোৰ মৰমৰ বন্ধু জুহিৰ প্ৰেমিকো উপস্থিত থাকিব। জুহিয়ে আজিকালি এই ক্লাবত নাচিবলৈ এৰি দিছিল, ময়েই জুহিক মোৰ বন্ধু হিচাপে সেইদিনা সেই ডিনাৰৰ নাচ নাচিবলৈ নিমন্ত্ৰণ কৰিছিলোঁ। নাচৰ মাজতে মই তৎক্ষণাত জুহিৰ প্ৰেমিকক দেখিলোঁ আৰু লগে লগে মোৰ সৰ্ব্বশৰীৰ খঙত জ্বলি উঠিল! কিন্তু মই তেওঁক অপদস্থ কৰিবলৈ অকণো বাকী নাৰাখিলোঁ। তেওঁৰ পিতাক, সুন্দৰী বাকদত্তা সকলোৰে সন্মুখতে অতি নিৰ্লজ্জভাবে নাচি নাচি মই তেওঁৰ কোচত বহি পৰিছিলোঁ। উই আৰ অল্ড ফ্ৰেণ্ড, আণ্ট উই? ( We are old friend an't we ? ) কৈ মই মোৰ দুই বাহুৰে তেওঁৰ ডিঙিত মালাৰ দৰে সাৰতি ধৰি তেওঁৰ চশমা, মনিবেগ এটা এটাকৈ আনি সকলো মোৰ বক্ষবন্ধনিৰ গহ্বৰত থৈ যাবলৈ ধৰিলোঁ। আৰু মনে মনে জুহিক নিৰীক্ষণ কৰিলোঁ। দেখিলোঁ জুহিৰ বৰফৰ দৰে শেঁতা মুখমণ্ডল তেওঁৰ ফালে নিৰীক্ষণ কৰি স্থিৰ হৈ আছে। মই এক মৃদু হাঁহিৰে জুহিৰ ফালে এক চুম্বন উৰাই পঠালোঁ। মই কবলৈ বিচাৰিছিলোঁ "চা জুহি, তই লব নোৱাৰা প্ৰতিশোধ মই তোৰ প্ৰেমিৰ ওপৰত এটা এটাকৈ লৈছোঁ।" কিন্তু তেতিয়াই জুহি হঠাতে বিজুলিৰ দৰে চমকি উঠিল আৰু বেগ হাতত লৈ অলপ সময়ৰ বাবে অদৃশ্য হৈ পৰিল।

ইতিমধ্যে কেইচেকেণ্ডমানৰ বাবে লাইট সুমুৱাই দিয়া হ'ল। সুগন্ধিযুক্ত মচলাৰে পৰিপূৰ্ণ মাংস, বেৰিয়ানিৰ গোন্ধ, চামুচ কাটাৰ খনখননি আৰু মাদক সঙ্গীতৰ নিচাই অতিথিসকলক লাহে লাহে মন্ত্ৰমুগ্ধ কৰি পেলাইছিল। কিন্তু এনেতে এক গুলীৰ শব্দই সকলোকে কঁপাই তুলিলে। জুহিৰ পিস্তলৰ পৰা ছুটি অহা গুলীয়ে কাঁড়ৰ দৰে আহি যেন গোটেই আনন্দমুখৰ পৰিবেশটোক নিষ্প্ৰাণ কৰি তুলিলে। তেজৰে লুতুৰি পুতুৰি জুহিৰ প্ৰাক্তন প্ৰেমি চক্চকীয়া মজিয়াত তললৈ মুখ কৰি পৰি ৰ'ল।

জুহিয়ে কিন্তু পলাবলৈ অকণো চেষ্টা নকৰিলে। তাইৰ আত্মসমৰ্পণেও তাইক এতিয়া বচাব নোৱাৰে। তাই এতিয়া বন্দিনী, আৰু সম্ভৱ তাই আজন্ম বন্দিনী হৈয়েই থাকিব লাগিব। এনেকুৱা সৌন্দৰ্য্য আৰু এনেকুৱা টেলেণ্টৰ এনেকুৱা অন্ত হব বুলি মই সপোনতো কল্পনা কৰিব নোৱাৰোঁ। তাইৰ পৰাই আপোনাৰ এড্ৰেচ পাই আজি আপোনালৈ লিখিছোঁ। যদি আপুনি পইচা খৰচ কৰি কোনোবা ভাল উকিল ধৰিব পাৰে তেতিয়া বোধহয় তাইৰ শাস্তি কিছু লাঘৱ হ'ব। জুহিৰ অৱস্থাই তাইৰ দুৰ্ব্বল পক্ষৰ এক ভাল সাক্ষী হব পাৰে। পাৰহেপ্চ ইউ কুড (Perhaps you could)" বুলি লিখিয়েই তাই বহুত জেগাত কাটি কুটি নিজৰ হস্তাক্ষৰ কৰিছিল।

চম্পাই চিঠিখন সামৰি তাইৰ হেণ্ড বেগত ভৰাই থৈ খিৰিকি খুলি খিৰিকিৰ সন্মুখত ঠিয় হৈ ৰ'ল। মাকৰ ওচৰত তাই জুহিৰ লগত সাক্ষাত হোৱাটো লুকুৱাই থব কিন্তু হত্যাৰ অপৰাধত বন্দিনী হোৱা আসন্নপ্ৰসৱা কুমাৰী ভনীয়েকৰ লাজ জানো তাই এতিয়া লুকুৱাই ৰাখিব পাৰিব? খুউব সম্ভৱ পেহিয়েকৰ লাগবান্ধ নথকা মুখৰ পৰাই যদি জুহিৰ দুৰ্ভাগ্যৰ খবৰ শুনে, তেতিয়াহলে বাপেকৰ দৰে তাইৰ মৃতপ্ৰায় জননীৰো জানো প্ৰাণ উৰি নাযাব? এতিয়া মাত্ৰ এটাই উপাই আছে যে তাই নিজেই গৈ মাকক ইয়ালৈ লৈ অনা। তেওঁৰ মৃত্যুতো সুনিশ্চিত। চেনেটেৰিয়ামত শুনা কোনোবা ঘাটক বাতৰিৰ অসহ্য বেদনাৰে তেওঁৰ মৃত্যু ঘটোৱাতকৈ এয়াই ভাল যে তেওঁৰ ৰোগৰ ঘাটক দংশনেই তেওঁৰ মৃত্যুৰ কাৰণ হওক। কিন্তু পাহাৰৰ যাত্ৰাই তাইৰ দুৰ্ব্বল চিত্তক বাৰে বাৰে ভয় খুৱাই গৈছিল। কি ঠিক যদি ৰাস্তাতেই তাইৰ বাগদত্তৰ লগত দেখা দেখি হৈ যায়। সেই ভাৱনাতেই তাই গোটেই ৰাতি বিচনাত বাগৰ সলায়েই কটালে। ফাঁচিকাঠৰ সন্মুখত ঠিয় হৈ থকা ভনীয়েকৰ শেঁতা পৰা হালধীয়া চেহেৰা কল্পনা কৰিও বাৰু

তাই আজি কিয় কান্দিব পৰা নাই ? তাই এতিয়া অতুল সম্পত্তিৰ অধিকাৰিণী। এটা শব্দও যদি আজি তাই কয় তেতিয়াহলে কমলেশ্বৰীয়ে তাইৰ ভনীয়েকৰ ডিঙিত ওলমি থকা ফাঁচিৰ ৰচি কটোৱাবলৈ অতি নিষ্ঠুৰ আৰু কাড়া অফিচাৰকো পইচাৰে কিনি সকলো শাস্তি লাঘব কৰাব পাৰে। যিকোনো প্ৰসিদ্ধ উকিলকো কিনি পেলোৱা তেওঁৰ কাৰণে কড়ি খেলাৰ দৰেই সহজ আৰু সম্ভৱ, সেই নামী দামী উকিলে কৌশলৰে জুহিক বচাই লবও পাৰিব। কিন্তু একে গৰ্ভতে জন্ম লোৱা ভনীয়েকলৈ তাইৰ এতিয়া একমাত্ৰ ঘৃণাহে বাকী ৰ'ল। যিমান বাৰেই তাই বাচি থাকিবলৈ আপ্ৰাণ চেষ্টা কৰিছে প্ৰত্যেকবাৰেই জুহিয়ে তাইৰ সকলো আশা ভাঙ্গি মুচৰি শেষ কৰি পেলাইছে। আজিলৈকে তাই কেবল মুছলমান প্ৰেমীৰ লগত পলাই যোৱা নিৰ্লজ্জ জুহিৰহে বায়েক আছিল, কিন্তু আজি তাই এক হত্যাকাৰী ভনীয়েকৰো বায়েক। ভনীয়েকৰ কলঙ্কৰে লগা এই ফোঁট তাই আজি আৰু নিজৰ কপালৰ পৰা সহজে কেতিয়াও মচি পেলাব নোৱাৰে। সেইয়া তাই স্পষ্টকৈ বুজি পালে।

পিচদিনা তাই যেতিয়া আহি চাহৰ মেজত বহিলহি, খবৰ কাগজ পঢ়ি থকা কমলেশ্বৰীয়ে চশমা খুলি মেজৰ ওপৰত থৈ খোলা খবৰ কাগজখন চম্পাৰ ফালে আগবঢ়াই দি এক দীঘলীয়া হুমুনিয়াহ এৰি কবলৈ কৰিলে "মোৰ প্ৰথম দিনাই এই ছোৱালীজনীক দেখি সন্দেহ হৈছিল। ময়ূৰীৰ বন্ধু ৰিনিখান হত্যাৰ অপৰাধত ধৰা পৰিছে চম্পা। এনেকুৱা শেঁতা চেহেৰা জানো সেই অৱস্থা নহলে হব পাৰে ?"

ডাঙৰ ডাঙৰ আখৰেৰে সেই নিৰ্ম্মম হত্যাকাণ্ডৰ সবিশেষ খবৰ চপাই ৰসসিদ্ধ সম্পাদকে জুহিৰ এখন ডাঙৰ ফটোও ছপাই দিছে। তাইৰ পাতল শাৰীৰ আচলৰে মুখ ঢাকিবলৈ কৰা ব্যৰ্থ চেষ্টাৰ মাজতো চতুৰ ফটোগ্ৰাফাৰে তাইৰ সুন্দৰ চেহেৰাৰ এক এক কুটিল ৰেখা কেমেৰাত বন্দি কৰি গৈছে। দুটা শকত ওখ পুলিচৰ

মাজত ক্ষীণাঙ্গী জুহিক একেবাৰে অচিনাকি যেন লাগিছে। কাণৰ মিনাকৰা জুমকা, কণ্ঠৰ চিতাহাৰ একোৱেই ছাগৈ তাই খুলিবলৈ সময় পোৱা নাছিল। পাৰ্টিৰ সাজ-সজ্জাৰেই প্ৰেমিকৰ হত্যাৰে ৰঞ্জিত হাত যোৰ কৰিয়েই যেন তাই নিৰ্লজ্জভাৱে মিচিকিয়াই নিজৰ কেৱৰে নৰ্ত্তকীৰ মুদ্ৰাতেই যেন নিজৰ দৰ্শকৰ সন্মুখত ভদ্ৰভাৱে ( Courtesy ) ঠিয় হৈ আছে। ফটোখন দেখি চম্পাৰ এনে ভাৱ হল। এফালে দুখত আৰু এফালে ক্ষোভত তাই দগ্ধ হৈ পৰিল। এনেকুৱাতে কমলেশ্বৰীৰ মাতত তাইৰ চেতনা ঘূৰি আহিল।

"কব নোৱাৰোঁ আজিকালি যে কি দিন আহিল! ইমান অবোধ আৰু শিশুৰ দৰে চেহেৰা আছিল এই ছোৱালীজনীৰ। একেবাৰে কৃষ্ণ নগৰত সজা দুৰ্গাৰ প্ৰতিমাৰ দৰে আছিল বেচেৰীৰ মুখৰ সৌন্দৰ্য্য। কেতিয়াবা কেতিয়াবা ভাবিছোঁ ভালেই হ'ল এবাৰেই কন্দুৱাই মযুৰী গুচি গ'ল। কি থিক এদিন কিজানি তায়ো এনেকুৱাই কৰি পেলালেহেঁতেন। তেতিয়াতো গোটেই জীৱনটোৱেই মই কান্দিব লাগিলহেঁতেন। মনটো বৰ বেয়া লাগি গৈছে চম্পা এই দুঃসংবাদবোৰ পঢ়ি আৰু পৃথিবীৰ পাপ অনাচাৰ দেখি। ব'লা কেইদিনমানৰ কাৰণে আমি কৰবাৰ দূৰলৈ গুচি যাওঁ। নহলে বলা তোমাৰ মাকেই দুদিনমানৰ কাৰণে দেখা কৰি আহোঁগৈ। মাকক নিজৰ আকস্মিক তীৰ্থযাত্ৰাৰ কথা একো নজনোৱাকৈয়েই চম্পাই সেইদিনা বিচিত্ৰ তীৰ্থযাত্ৰাৰ কাৰণে ওলাই গৈছিল। গাড়ীত বহাৰ লগে লগেই তাই নিজৰ অবিবেচক নিৰ্ণয়ৰ কথা আভাস পালে। প্ৰত্যেকতো নিৰ্ণয় লোৱাৰ আগতেই তাই কোনোবা অনুভূতিসম্পন্ন চতুৰ জহুৰীৰ সূক্ষ্মদৃষ্টিৰে সকলো চাইচিতিহে তাই যিকোনো নিৰ্ণয় লৈছিল। কিন্তু আজি পৰিস্থিতিৰ বিষমতাই তাইৰ যেন স্বভাৱেই সলনি কৰি পেলালে। নিকদ্দিষ্ট হৈ ঘূৰি ফুৰিবলৈ তাইৰ প্ৰাণ যেন বৰ ব্যগ্ৰ হৈ পৰিল। কমলেশ্বৰীৰ সুদৃঢ় বাহুত সেৱেহে তাই কোনো অবোধ শিশুৰ দৰেই দৌৰি সোমাই

পৰিছিল।

পুৰা এমাহেই নিত্য চক্রৰ দৰেই ঘূৰি ফুৰি সিহঁত আজি এখন গাড়ীত উঠি কালি এখন গাড়ীৰ পৰা নামি এই দুই বিচিত্র তীর্থযাত্রীয়ে যেন ভাৰতৰ এখন তীর্থস্থানো বাদ নিদিলে। যলৈকে তেওঁলোক গৈছিল সকলোৱে অতি আচৰিত হৈ ঘূৰি ঘূৰিয়েই এই প্রভাৱশালী যোৰাক চাবলৈ ধৰিছিল। ওখ শুভ্র কমলেশ্বৰীৰ বয়স হোৱা সত্বেও তেওঁৰ অঙ্গৰ পৰা যৌৱনৰ মাদকতা উঠলি পৰিছিল। গম্ভীৰ মুখমণ্ডল আৰু স্থিৰ চকুত তেজদৃষ্টি আৰু লগত অঙ্কুৰিত নৱযৌৱনা চম্পা, সৰু সুডোল জোঙা নাক, জ্যোতিত উদভাষিত চকু আৰু সুন্দৰ দীঘল মুখমণ্ডল। কিন্তু দুয়োৰে চেহেৰাত ভয়ার্ত্ত ভাব আৰু চিন্তা জিলিকি উঠিছিল। দুয়োৰে অশ্রুশিক্ত কমনীয় চকুত এনেকুৱা ভয় জিলিকি আছিল যেন কোনোবা চিকাৰীয়েহে তেওঁলোকৰ পিচ লৈছে।

সেই যাত্রাৰেই একান্তত চম্পাই এদিন এক নির্ণয় লৈ পেলালে। ঋষিকেশৰ বিশাল বনস্থলীৰ ভূখণ্ডই তাইক যেন হঠাতে হাত ধৰি টানি ৰাখিলে। প্রসন্নতাত তাইৰ চকু চমকি উঠিল। বর্দ্ধমানৰ সকলো সম্পতি বেচি দুয়ো এই একান্ততেই এটা শিশু-ভৱন সাজিব আৰু লগতে থাকিব ময়ূৰী চিকিৎসালয়। কমলেশ্বৰী হব সেই বাল্যভৱনৰ সঞ্চালিকা। অবিবাহিত কুমাৰী মাতৃসকলৰ পৰিত্যক্ত সন্তানসকলক নিজৰ মমতাপূর্ণ সংৰক্ষণ দি তেওঁ নিজৰ কাকবন্ধ্যা হোৱাৰ বেদনা পাহৰিব পাৰিব। আৰু তাই? তাই জানো তাইৰ নিজৰ বেদনাপূর্ণ করুণ কাহিনী পাহৰি যাব খুজিছে? সিংহাসন, ৰাজছত্র, চোঁৱৰ নোহোৱাকৈয়েই তাই এদিন যি সাম্রাজ্যৰ সম্রাজ্ঞী হৈ এৰাতিৰ কাৰণেই যি সম্রাটৰ হৃদয় আসনৰ নিৰঙ্কুশ পাটৰাণী হৈ স্বর্গৰ অলভ্য নিধিক পাইছিল সেই স্মৃতিক জানো তাই কেতিয়াবা নিজৰ মনৰ পৰা মচি বিলুপ্ত কৰি পেলাব পাৰিব? তাই ইচ্ছা কৰিয়েই সেইয়া পাহৰিব খোজা নাই।

কমলেশ্বৰীক তাইৰ প্ৰস্তাবে এজনী সৰু চঞ্চল বালিকাৰ দৰেই উৎসাহিত কৰি তুলিছিল। "নিশ্চয় আমাৰ এই আঁচনিৰ ভবিষ্যত উজ্জ্বল হব চম্পা"। তেওঁ গোটেই ৰাস্তা সেই কল্পনাতেই ডুবি থাকিল।

"আমাৰ দেশত ঠিক এনেকুৱাই এটা বাল্যভৱন আৰু এনেকুৱাই এটা চিকিৎসালয়ৰ প্ৰয়োজন। কিমানযে অবোধ কুমাৰী ছোৱালী এই অশিক্ষিত ধাইৰ হাতত প্ৰাণ দিব লগীয়া হৈছে তাৰ সীমা নাই। এবাৰ কৰা ভুলক শুধৰাই দিয়া জানো পাপ? যদি কোনোবা সন্তানহীন দম্পতীয়ে আমাৰ এই বাল্যগৃহৰ পৰা দত্তক সন্তান নিব খোজে তাৰো আমি সমুচিত ব্যবস্থা কৰিব পাৰিম নহয় জানো?

ঘৰ পোৱাৰ লগে লগেই চম্পাৰ সকলো উৎসাহ কৰ্পূৰৰ দৰে বিলীন হৈ গ'ল। মোমায়েকৰ:এখন দীঘলীয়া চিঠি আহিছিল।

ভগৱতীয়ে কোনোবা খবৰ কাগজত জুহিৰ সেই চিত্ৰ দেখিলে আৰু চাগে সেই শোকেই তেওঁৰ হিম'চথেচি চকক আৰু বেচি কৰি তুলিলে। তেজৰ কেইবাবাৰো বমি হোৱা সত্বেও যে তেওঁৰ প্ৰাণ পক্ষী উৰি যোৱা নাই সেয়াহে আচৰিত। যিকোনো মুহূৰ্ত্তত কিবা এটা অঘটন হব পাৰে। সেয়ে মোমায়েকে তাইক বাৰে বাৰে মাকক এবাৰ চাবলৈ 'সোনকালে মাতিছে। তাইৰ বাবেই যেন তেওঁ অতি হতাশ হৈ বাট চাই আছে। কিন্তু কমলেশ্বৰীয়ে কোনোপধ্যেই তাইক অকলে যাবলৈ অনুমতি দিবলৈ ৰাজি নহয়।

"আজি ৰাতিৰ গাড়ীতেই আমি গুচি যাম চম্পা। মই ফোন কৰি নাৰ্চুৰ হস্পিতালৰ সৰ্ব্বাধিকাৰকক মাতি পঠিয়াইছোঁ। তেৱেঁই তোমাৰ কাম চম্ভালি লবহি।"

নিত্য সন্ধ্যা নিজৰ গৃহ-দেৱতাৰ মন্দিৰৰ আৰতিৰ কাৰণে কমলেশ্বৰীয়ে সদায় চম্পাক লগত লৈয়েই যায়। কিন্তু সেইদিনা তেওঁ অকলেই ওলাই গ'ল। আন্ধাৰ ড্ৰইং ৰোমত চম্পা অকলেই সেই

ওখ চকীখনত চকু মুদি মৃতকৰ দৰেই পৰি আছিল। ভগৱতীৰ জীৱনৰ তাই এতিয়া একেবাৰেই আশা দেখা নাই। কি ঠিক আঠদিনৰ আগতে লিখা মোমায়েকৰ চিঠিৰ পাচত তেওঁৰ অবস্থা কি হৈছে। আৰুবা কিমান শোচনীয় হৈ পৰিছে। কেতিয়াবা কেতিয়াবা তাইৰ মনত এনেকুৱা লাগে যেন কমলেশ্বৰীক তাই পাহাৰলৈ যাব নোৱাৰাৰ অসমৰ্থতাৰ কথা সকলো খুলি কৈ পেলাবনেকি? তীৰ্থযাত্ৰাৰ একান্ত ক্ষণত কেইবাবাৰো তাইক এই প্ৰলোভনে উচটাই গৈছিলহি। কিমানবাৰ যে এনেকুৱা অবসৰ আহিছিল, যেতিয়া কমলেশ্বৰীয়ে নিজেই বৰ কৌশলেৰে তাইৰ হৃদয় ব্যথাৰ সকাহ লবলৈ প্ৰয়াস কৰিছিল।

"তুমি ইমান উদাস কিয় হৈ গৈছা চম্পা? মাৰাৰ চিন্তাতেই ইমান হতাশ হৈ পৰিছানেকি?" আদি প্ৰশ্নৰে তাইক প্ৰায়েই ব্যতিব্যস্ত কৰি তুলিছিল। মাজে মাজে তাইৰ নিজৰেই ভয় হৈছিল তাইৰ মনক শাসন কৰিব নোৱাৰিব বুলি। তাই যি চিন্তাত দিন-ৰাতি বিলীন হৈ গৈ আছে, সেই চিন্তাৰ আঁত তাই ইচ্ছা কৰিলেও কাকো দিব নোৱাৰে।

হঠাতে লাহেকৈ পৰ্দ্দা আঁতৰাই তুখু আহি তাইৰ আগত ঠিয় হ'লহি: "কোনোবা এজন মানুহ আহিছে আপোনাক দেখা কৰিবলৈ, বাইদেউ। আপোনাৰ কথাই সুধিছে।"

"পঠাই দে"। চম্পা অতীষ্ঠ হৈ চকু বন্ধ কৰি আকৌ তেনেকৈয়ে পৰি ৰ'ল। যেতিয়াৰ পৰা তাই কমলেশ্বৰীৰ সম্পত্তিৰ উত্তৰাধিকাৰ হৈ পৰিল তাইক দেখা কৰা মানুহৰ সীমাসংখ্যাও নোহোৱা হৈ পৰিল। কোনোবা কেতিয়াবা কিবা কাগজত চহি কৰাবলৈ আহে, কোনোবাই কিবা মিটিঙলৈ নিমন্ত্ৰণ কৰিবলৈ, ইত্যাদি কাৰণত ফেক্টৰীৰ মেনেজাৰ একজিকিউটিভ বৰ্ডৰ সদস্য আদিয়ে তাইক সদায় ঘেৰি থাকেহি।

"অ' তেতিয়াহলে এয়াই সেই ৰাজ অট্টালিকা" বুলি কোৱা

তাচ্ছিল্যপূর্ণ কথাবাৰত চম্পাই উচপ খাই চকু মেলি চাই সেই গাঢ় অন্ধকাৰতো চিকমিকাই উঠা অমৰা গুটিৰ দৰে তাণ্ডৱ ডাণ্ডৱ ঘূৰি থকা চকুত দৃষ্টি পৰাত ভয়ত কঁপি উঠিল। সেই চকুৰ দৃষ্টিয়ে যেন তাইৰ সমগ্ৰ দেহ পুৰি ভস্ম কৰি পেলাবলৈ উদ্যত হৈছে।

খগুত সেই সুদৰ্শন চেহেৰাও একেবাৰে বিকৃত হৈ পৰিল আৰু খিৰিকিৰে সোমাই অহা এজাক বতাহৰ বেগত যেন তেওঁৰ গাঠি বন্ধা টিকনিডালো খগুত ঠিয় হৈ প্ৰশ্নবোধক চিনদালৰ দৰে হৈ পৰিল। বহল কপালত অকা বৈষ্ণৱীৰ চন্দনচৰ্চিত ৰেখা কেইডালে ৰুদ্ৰৰ তৃতীয় নয়নৰ দৰেই হৈ পৰিল। তেওঁ ৰুদ্ৰই তৃতীয় নয়ন মেলাৰ দৰেই খগুত কঁপিবলৈ ধৰিলে। চম্পাই হঠাত চকু তুলি "আপুনি, আপুনি ইয়ালৈ কেনেকৈ আহিল, বহক" বুলি চকীৰ পৰা একে চাবেই ঠিয় হৈ তেওঁৰ ভৰি চুবলৈ আগবাঢ়ি গ'ল।

"থ' থ, তই মোক নুচুবি। নাজাননে আজি অমাবস্যা। তই আজি চুই মোক ভ্ৰষ্ট কৰিব খুজিছ; নাজাননে বেশ্যাই অমাবস্যাত চুলে ৰৌ ৰৌ নৰকত পৰিব লাগিব।" তেওঁ সেই দামী কাৰ্পেটতে থু পেলাই ঘৃণাত দোখোজ পিচুৱাই গ'ল।

"আপুনি কি কব খুজিছে মই একো বুজিব পৰা নাই" বুলি কোৱা চম্পাৰ কথাবাৰত যেন তেওঁৰ এটম্‌বোমাত কোনোবাই জুইহে দিলে ঠিক তেনেদৰে তেওঁ খগুত একো নাই হৈ চম্পাক তেওঁৰ কটু কথাৰ ব্যঙ্গবাণেৰে থকাসৰকা কৰিবলৈ ধৰিলে।

"কেনেকৈ বুজিবি, একেবাৰে গাখীৰ খোৱা কেচুৱা নহয়! গাখীৰ দাঁত সৰাই নাই ? আমাক গৰু পাইছ, কণা হাঁহক পতান দিয়াৰ দৰে ঠগিবলৈ আহিছ ? মই সকলো শুনিছো। বামদত্তই ব'দত এই চুলি বগা কৰা নাই বুইচ" বুলি বাক্য শেষ কৰিবলৈ নাপাওঁতেই বিকত কাহৰ বেগে তেওঁক তললৈ হলাই পেলালে। তথাপিও ছয়ো হাত ককালত থৈ তেওঁ কোঁপাই কোঁপাই কবলৈ ধৰিলে

"এতিয়াও বুজা নাই নেকি ? তেতিয়াহলে শুন হতভাগিনী, কেশব চিঙে মোক সকলো কথা কৈছে আৰু কিছুমান কথা মই নিজেই সেই অপদাৰ্থটোৰ মুখৰ পৰা কৌশলৰে উলিয়াই লৈছোঁ। তোক কেতিয়া তোৰ পেহিয়েৰে ভন্নালীতেই কৈছিল জয়াৰ আঙঠি পিন্ধোৱা মধুকৰৰ লগত হৈ গ'ল, জানি শুনিও মধুকৰক ভুলাবলৈ তই বম্বেলৈ কিয় গৈছিলি ? অকল যোৱাই নহয় অবিবাহিত লৰাটোৰ লগত চাৰি পাচদিন কটাইও আহিলি। মোৰ ছোৱালীয়ে যদি এনেকুৱা কৰিলেহেঁতেন ভগৱানৰ শপত মই সেই কুলক্ষণীক তেতিয়াই নিজ হাতে ডিঙি চেপি মাৰি পেলালোঁহেঁতেন। ৰামদত্তই আজিলৈকে কেতিয়াও মিছা মতা নাছিল। বুইচ কিন্তু এই বয়সত মই তোৰ কাৰণেই মিছা কথা কৈ পাপ কৰিলোঁ। তোৰ মাৰৰ ওচৰলৈ ভন্নালীলৈ মই প্ৰায় দৌৰি দৌৰি যোৱাৰ দৰেই গৈছিলোঁ সেইদিনা। আৰু তোৰ মাৰক এই বুলি কৈ তোৰ মাৰৰ পৰা মই তোৰ ঠিকনা বিচাৰি আনিছিলোঁ যে মোৰ লৰাই তোমাৰ ছোৱালীকহে বিয়া কৰাব বিচাৰিছে। তুমি যেনেতেনে তোমাৰ ছোৱালীৰ ঠিকনাটো মোক দিয়া। মই যেনেতেনে মোৰ পাগুৰি তোমাৰ ছোৱালীৰ ভৰিত থৈ হলেও বুজাই বঢ়াই বিয়াৰ কাৰণে সন্মত কৰাই আনিম। অন্তিম পৰ্য্যায় বুদ্ধাই অকল তোৰ ঠিকনাই নহয় মোক এই টিকাও হাতত গুজি দিলেহি। ল এইয়া তোৰ মাৰক তয়েই উলতাই দিবি।" বুলি জেপৰ পৰা এখন লেতেৰা সোতমোট খোৱা হালধীয়া ৰুমাল উলিয়াই তাত বান্ধি থোৱা সোতমোট খোৱা এখন এশটকীয়া নোট ৰামদত্তই উলিয়াই দুৰলৈ দলিয়াই দিলে।

চম্পাই এটা শব্দও উচ্চাৰণ কৰিব পৰা নাছিল। চকীৰ হাতত সকলো শক্তিৰে জোৰ দি যেন নিজৰ কম্পিত আঠু দুটাৰ সঞ্চালন ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিলে।

"ইয়াত আছি তোৰ বাকী থকা কীৰ্ত্তিখিনিও শুনিলোঁহি। এই বেশ্যাই তোক তোলনীয়া ছোৱালী কৰি বাকী থকা সকলোখিনিকে

পুৰা কৰি তুলিলে ; বাহ ! কি আদৰ্শ কুল । পিতা চাকৰীৰ পৰা বৰখাস্ত হোৱা, ভনী মুছলমানৰ লগত পলাই যোৱা আৰু এতিয়া হত্যাৰ অপৰাধত অপৰাধী আৰু জেলত । আৰু স্বয়ং কন্যা কুমাৰী লৰাক ভুলোৱাৰ নতুন ছালৰ প্ৰশিক্ষণৰতা । "মৃচ্ছকটিক" পঢ়িছ কেতিয়াবা হতভাগী ?. গণিকা বসন্তসেনাৰ প্ৰসাদো ঠিক এনেকুৱাই আছিল" বুলি ৰামদত্তই বিদ্ৰূপৰ দৃষ্টিৰে কমলেশ্বৰীৰ বৃহত প্ৰাসাদৰ বৃহত বৈঠকৰ চাৰিওফালে চকু ফুৰাই আকৌ নিজৰ কঠোৰ বাণৰ খৰ্গ চম্পাৰ নিৰীহ গৰ্দনত থৈ কবলৈ ধৰিলে "বিদূষক মৈত্ৰেই সেই বিশাল প্ৰাসাদৰ শত প্ৰকোষ্ঠও পাৰ হৈহে ঠিক মোৰ দৰে আহিছিল । তোৰ এই মহল্লিকৰ দৰেই দাসীৰ লগত অষ্টম প্ৰকোষ্ঠত সোমাইছিলগৈ । বিবিধ বস্ত্ৰ অলঙ্কাৰেৰে সুশোভিতা বসন্তসেনাৰ ভায়েকক দেখি তেওঁ যি কৈছিল আজি সেইয়া কবলৈকে মোৰ জিভা ব্যাকুল হৈ পৰিছে "মা ৰত্তছ্যপেষ্য উজ্জ্বলঃ স্নিগ্ধশ্চ সুগন্ধশ্চ, তথাপি শ্মশানবীৰ্থ্যাং জাতচম্পকবৃক্ষো নঃভিগমনীয়োলোকস্যা ।' উস ! কিযে মিল খাই যোৱা কথাফাকি যদিও উজ্জ্বল স্নিগ্ধ আৰু সুগন্ধিযুক্ত তথাপিও শ্মশান-বথিত বিকশিত চম্পক বৃক্ষৰ দৰেই তই মানুহৰ দ্বাৰা অভিগমনীয় নহয় । কোনেও তোৰ ওচৰত আহিবলৈ নিবিচাৰে । চম্পা নহয় তই শ্মশান চম্পা, অভাগী চা······ " বুলি হঠাৎ তেওঁৰ কঠোৰ স্বৰ কোমল গান্ধাৰৰ সুৰত নামি আহিল । "আজিৰ পৰা আঠদিন পিচত মোৰ লৰাৰ বিয়া । ইয়াৰ ভিতৰত যেন তই মোৰ পুত্ৰৰ অনিষ্ট সাধিবলৈ নিবিচাৰ বুজিলি" বুলি যেন হঠাৎ নিৰ্ম্মল আকাশত উদিত হোৱা ধূমকেতুৰ দৰেই সেই ক্ৰোধিত ব্যক্তি প্ৰকত হৈছিলহি আৰু সেইদৰেই বিজুলী বেগেৰেই ঘূৰি খট্‌খট্‌ শব্দ কৰি চিৰি বগাই তললৈ নামি গ'ল । খালি চম্পাৰ কাণত সেই শব্দ ঝঙ্কাৰিত হৈ থাকিল ।

বহুত সময়ৰ পিচত কমলেশ্বৰী যেতিয়া মন্দিৰৰ পৰা উলতি

আছিল তেওঁ দেখিলে চকীত বহি থকা চম্পাই নিজৰ সুকোমল শ্যামল বাহুত কিবা লিখি আছে। "আৰে অকলে বহি এইয়া কি কৰি আছা? হাতত কিবা প্ৰেচক্ৰিপ্‌চন লিখিছা নেকি?" বুলি হাঁহি হাঁহি কমলেশ্বৰীয়ে পূজাৰ ফুলৰ কৰণী টেবুলৰ ওপৰত থৈ চম্পাৰ কাষত বহি বাহুৰ লিখাখিনি পঢ়িবলৈ হাউলি পৰিল।

শ্ৰীশ্ৰীগুৰু কেনাৰামৰ অধম দাসী······লেখোঁতে লেখোঁতে হঠাৎ যেন কলমৰ পৰা ওলাই অহা চিয়াহীৰ এক ডাঙৰ টোপালে আহি তাইৰ নামৰ আখৰ স্বয়ং মুচি লৈ গ'লহি। ●●